# শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় আলোচনী

১৯৯৮ - ৯৯









# SIBSAGAR COMMERCE COLLEGE MAGAZINE

1998 - 99

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় আলোচনী ১৯৯৮ – ৯৯, শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ সম্পাদকৰ দ্বাৰা প্ৰকাশিত, প্ৰদীপ কুমাৰ বৰুৱা আৰু ধনদেৱ মহন্তৰ দ্বাৰা যুটীয়াভাৱে সম্পাদিত।

প্ৰকাশ ঃ
২৫ জুলাই ১৯৯৯

প্ৰচ্ছদপট পৰিকল্পনা, অংগ বিন্যাস
আৰু আলোক চিত্ৰ সংযোজন ঃ
সম্পদনা সমিতি

ডি টি পি টাইপ চেট আৰু অলংকৰণ
পেপাৰ হাইভ্ প্ৰিণ্টাৰ্চ, শিৱসাগৰ

মুদ্ৰণ আৰু বন্ধোৱা ঃ
পেপাৰ হাইভ্ প্ৰিণ্টাৰ্চ, শিৱসাগৰ

## সম্পাদনা সমিতি ঃ

*সভানেত্ৰী* ঃ অধ্যক্ষা দীপালী চলিহা

*উপদেষ্টা* ঃ ড° আস্না চেতিয়া,
ৰেণু দেৱী,
প্ৰণৱ কুমাৰ মৈত্ৰ,
ৰাতুল শৰ্ম্মা,
অশোক কুমাৰ খান্দেলীয়া,
লখিমী দত্ত,
সন্তোষ কুমাৰ কৰ্মকাৰ

*সদস্য*ঃ নৱজ্যোতি খাখলাৰী

যুটীয়া সম্পাদক ঃ প্ৰদীপ কুমাৰ বৰুৱা
ধনদেৱ মহন্ত

# সূচীপত্ৰ

# প্ৰয়াত প্ৰৰাগ চলিহাৰ
## পবিত্ৰ স্মৃতিত



**জন্ম ঃ ১৩ ছেপ্তেম্বৰ, ১৯২৩** **মৃত্যু ঃ ২১ জুন, ১৯৯৯**

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ সমূহ অধ্যাপক, অধ্যাপিকা, কৰ্মচাৰী আৰু ছাত্ৰ-ছাত্ৰীৰ অন্তৰৰ নিভৃততম কোণৰ পৰা

## শ্ৰদ্ধাঞ্জলি



← ছাত্ৰ জিৰণি কোঠা উন্মোচন কৰি
বিশিষ্ট সাংসদ পৰাগ চলিহাদেৱে

ইনড'ৰ ষ্টেডিয়াম আৰু ছাত্ৰ জিৰণি কোঠা
উদ্বোধনী সভাত
অধ্যক্ষা দীপালী চলিহাই প্ৰতিবেদন পাঠ কৰিছে । →



## অধ্যক্ষা দীপালী চলিহা এম. এ

**যিগৰাকীৰ অদম্য উৎসাহ, দূৰদৰ্শী পৰিকল্পনা আৰু ক্লান্তিবিহীন শ্ৰমৰ ফলত শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়খন অসমৰ বাণিজ্য শিক্ষাৰ এখন পূৰ্ণাঙ্গ প্ৰতিষ্ঠান হিচাপে মৰ্যাদা লাভ কৰিবলৈ সক্ষম হৈছে ।**






মহাবিদ্যালয়ৰ ইনড'ৰ ষ্টেডিয়াম উন্মোচন কৰিছে
মাননীয় সাংসদ পৰাগ চলিহাদেৱে ।




ঐতিহ্যমণ্ডিত শিৱসাগৰৰ বৰপুখুৰীৰ পূব পাৰত অৱস্থিত শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় অসমৰ বাণিজ্য শিক্ষাৰ এক গুৰুত্বপূৰ্ণ প্ৰতিষ্ঠান। শিৱসাগৰবাসী বহু ব্যক্তিৰ অক্লান্ত প্ৰচেষ্টা, ত্যাগ, আৰ্থিক আৰু কায়িক শ্ৰমৰ অৱদানেৰে আমাৰ বাণিজ্য মহাবিদ্যালয়খনি বৰ্তমানে পূৰ্ণাংগ ৰূপত প্ৰকাশ পাইছেহি।

আমাৰ মহাবিদ্যালয়ত বাণিজ্য শিক্ষা মূল বিষয় যদিও সাহিত্য চৰ্চা ক্ষেত্ৰত এই মহাবিদ্যালয়খনৰ ছাত্ৰ ছাত্ৰী পিছ পৰি থকা নাই। প্ৰত্যেক মহাবিদ্যালয়ৰ দৰে আমাৰ মহাবিদ্যালয়তো বাৰ্ষিক ক্ৰীড়া সপ্তাহ অনুষ্ঠিত কৰা হয়। এই ক্ৰীড়া সপ্তাহত ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰত্যেক বিষয়তে যোগদানৰ সংখ্যাই সাহিত্য সংস্কৃতি, খেলা-ধূলাৰ প্ৰতি থকা আগ্ৰহৰ কথা সূচায়।

আমাৰ মহাবিদ্যালয়ত ছাত্ৰ ছাত্ৰী আৰু সন্মানীয় শিক্ষাগুৰুসকলৰ মাজত বন্ধুত্বপূৰ্ণ সম্পৰ্ক এটা চলি আহিছে। ছাত্ৰ ছাত্ৰী সকলৰ সমস্যা সমাধানৰ ক্ষেত্ৰত আমাৰ অধ্যাপক - অধ্যাপিকাসকলে সহায় সহযোগিতা আগবঢ়াই আহিছে। ছাত্ৰ ছাত্ৰীৰ সংখ্যা কম যদিও সকলো মুখ্য বিষয় কেইটাত মেজৰ পঢ়ুওৱা হয়। আমাৰ শিক্ষাগুৰুসকল অভিজ্ঞতাসম্পন্ন আৰু পাঠদানৰ প্ৰতি নিষ্ঠাৱান । বিগত বছৰত আমাৰ ছাত্ৰ শ্ৰীৰোহিত আগৰৱালা, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰথম স্থান লাভ কৰাটোৱে তাৰ সত্যতা প্ৰমাণ কৰে।

মহাবিদ্যালয়খনিক পূৰ্ণাংগ ৰূপ দিয়াত অধ্যক্ষা মহোদয়াৰ লগতে মাননীয় শিক্ষক শিক্ষয়িত্ৰীসকলৰ ভূমিকাও প্ৰশংসনীয়। আজিৰ পৰা চাৰি বছৰৰ আগতে মহাবিদ্যালয়খনিত শিক্ষা দান কৰিবৰ বাবে যথেষ্ঠ সংখ্যক শ্ৰেণী কোঠা নাছিল। কিন্তু অধ্যক্ষা মহোদয়াৰ চেষ্টাৰ ফলত মূল ঘৰটো তিনি মহলীয়াকৈ সম্পূৰ্ণ কৰাৰ পথত । মহাবিদ্যালয় খনৰ অসমৰ ভিতৰত লেখত লবলগীয়া এটা ইনড'ৰ ষ্টেডিয়াম আছে। মহাবিদ্যালয়খনত মূল্যবান গ্ৰন্থৰে পৰিপূৰ্ণ গ্ৰন্থাগাৰ এটাও আছে। এই গ্ৰন্থাগাৰৰ গ্ৰন্থ নিয়মীয়াকৈ পাঠ কৰি আমি বিশেষভাৱে উপকৃত হৈছো আৰু বিভিন্ন দিশত আমাৰ মানসিক উৎকৰ্ষ সাধনও হৈছে।

সাহিত্য আৰু আলোচনী বিভাগৰ সম্পাদক হিচাবে আলোচনী উলিওৱাতে কিছু সমস্যাৰ সন্মুখীন হব লগা হৈছিল ।যিহেতু আমাৰ মহাবিদ্যালয়ত ছাত্ৰ ছাত্ৰীৰ সংখ্যা বেছি নহয়, সেয়েহে টকা-পইচাৰ ক্ষেত্ৰত অসুবিধা অলপ হৈছিল। কিন্তু আমাৰ অধ্যক্ষা শ্ৰীযুক্তা দীপালী চলিহা বাইদেউৰ বিশেষ আগ্ৰহ আৰু চেষ্টাৰ ফলত এই অসুবিধা বিলাক আঁতৰ কৰিব পৰা হ'ল। আলোচনীখন উলিওঁৱাৰ ক্ষেত্ৰত সম্পাদনা সমিতিৰ উপদেষ্টা তথা আমাৰ শিক্ষাগুৰুসকলৰপৰা পোৱা মূল্যবান দিহা পৰামৰ্শ আৰু অবিৰতভাবে পাই থকা সহায় সাহায্য শ্ৰদ্ধাৰে সুঁৱৰিছো। বিভিন্ন বিষয়ত গুৰুত্বপূৰ্ণ আৰু গঠনমূলক প্ৰবন্ধ পাতি লিখি আলোচনীখনিক উন্নত মানৰ কৰি তোলাৰ বাবে সন্মানীয় শিক্ষাগুৰু সকললৈ কৃতজ্ঞতা জনাইছো। আলোচনীৰ বাবে কবিতা, গল্প, প্ৰবন্ধ আদি দি সহায় কৰাৰ বাবে ছাত্ৰ-ছাত্ৰী বন্ধু-বান্ধৱীসকললৈ ধন্যবাদ জনাইছো।

আলোচনীখন ছপা কৰি উলিওৱাৰ ক্ষেত্ৰত " পেপাৰ হাইভৰ" সমূহ কৰ্মচাৰীৰ শলাগ লৈছো। লগতে নিউ অবলা ষ্টুডিঅ'ৰ নিতাই দে' দেৱে ফটো কেইখন সময়ত তুলি দিয়াৰ বাবে ধন্যবাদ জ্ঞাপন কৰিছো।

*ধন্যবাদেৰে*

**প্ৰদীপ কুমাৰ বৰুৱা**

**ধনদেৱ মহন্ত**

*যুটীয়া সম্পাদক ,সাহিত্য আৰু আলোচনী বিভাগ*

*ছাত্ৰ একতা সভা।*

# স্মৃতিৰ পটভূমিত শিৱসাগৰ কমাৰ্চ কলেজ



দীপালী চলিহা, *অধ্যক্ষা*
শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়।

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ প্ৰতিষ্ঠা আৰু বিকাশৰ ইতিহাস শিৱসাগৰ তথা অসমৰ উচ্চ শিক্ষাৰ প্ৰসাৰৰ এটি তাৎপৰ্য্য পূৰ্ণ অঙ্গ। ১৯৪৭ চনত দেশে স্বাধীনতা লাভ কৰা বছৰতে প্ৰয়াত পদ্মধৰ চলিহা, শ্ৰী পৰাগ চলিহা, প্ৰয়াত প্ৰফুল্লচন্দ্ৰ বৰুৱা, প্ৰয়াত বিমলা প্ৰসাদ চলিহাৰ নেতৃত্বত শিৱসাগৰ মহাবিদ্যালয় প্ৰতিষ্ঠিত হৈ অসমৰ উচ্চ শিক্ষাৰ ইতিহাসত এটি বিশিষ্ট যোজন স্তম্ভ নিৰ্মাণ কৰিলে। দেশে স্বাধীনতা লাভ কৰাৰ এটা দশকৰ ভিতৰতে অসমৰ উচ্চ শিক্ষাৰ ক্ষেত্ৰখন — বাণিজ্য, চিকিৎসা, কৃষিবিদ্যা, অভিযান্ত্ৰিক নৃতত্ব, ভাষাতত্ব আদি বিভিন্ন আধুনিক মানৱ উচ্চ শিক্ষা বিষয়ৰ পঠন-পাঠন আৰম্ভ হ'ল। ষাঠিৰ দশকত অসমত কৃষিকে ধৰি তিনিখন বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত হল। ইতিমধ্যে ষাঠিৰ দশকতে শিৱসাগৰ জিলাত তেল আৰু প্ৰাকৃতিক গেছ আয়োগৰ তত্বাৱধানত তেল কূপৰ সন্ধান চলিল আৰু প্ৰচুৰ পৰিমানৰ তেল গেছৰ নিস্কাষণে শিৱসাগৰক ভাৰতৰ অৰ্থনৈতিক আৰু বাণিজ্যিক মানচিত্ৰৰ প্ৰধান কেন্দ্ৰলৈ উত্তৰণ ঘটালে। শিৱসাগৰ মহাবিদ্যালয়ৰ উপৰিও শিৱসাগৰ নগৰত স্থাপিত হোৱা ছোৱালী মহাবিদ্যালয় জিলাখনৰ দুই এঠাইত কলা আৰু বিজ্ঞান বিষয়ৰ দুই এখন কলেজ স্থাপিত হল ; যদিও বাণিজ্য শিক্ষাৰ কোনো স্বতন্ত্ৰ উচ্চ শিক্ষানুষ্ঠান জিলাখনত নাছিল। পৰিবৰ্ত্তনশীল বাণিজ্যিক অৰ্থনৈতিক বাতাবৰণৰ লগত তাল মিলাই আগবাঢ়িবলৈ হলে, একোখন ৰাজ্যৰ অৰ্থনৈতিক বুনিয়াদ দৃঢ় কৰিবলৈ বাণিজ্যতত্বৰ মূল সূত্ৰ সমূহ আয়ত্ব কৰাৰ ক্ষেত্ৰ এখন প্ৰস্তুত কৰিব লাগিব।

এনে দৃষ্টি সন্মুখত ৰাখি শিৱসাগৰত বাণিজ্য শিক্ষাৰ উচ্চ অনুষ্ঠান এটিৰ প্ৰয়োজনীয়তা গভীৰ ভাৱে অনুভৱ কৰা হৈছিল। কাৰণ, সেই সময়লৈকে গোটেই শিৱসাগৰ জিলাতে বাণিজ্য বিষয়ৰ অধ্যয়নৰ বাবে কোনো অঞ্চলতে স্বতন্ত্ৰ বাণিজ্য মহাবিদ্যালয় প্ৰতিষ্ঠিত হোৱা নাছিল। আনকি যোৰহাট বাণিজ্য মহাবিদ্যালয় আৰু ডিব্ৰুগড় বাণিজ্য মহাবিদ্যালয় শিৱসাগৰ মহাবিদ্যালয় প্ৰতিষ্ঠাৰ দুই তিনি বছৰ মানৰ আগতেহে আৰম্ভ কৰা হৈছিল। এনে এক পটভূমিতে শিৱসাগৰ বাণিজ্য আৰু উদ্যোগৰ ক্ষেত্ৰত প্ৰগতি লাভ কৰাৰ কথা উপলব্ধি কৰি শিৱসাগৰৰ শিক্ষা প্ৰেমী কেইজন মান বিশিষ্ট নাগৰিকক লগত লৈ এখন পূৰ্ণাঙ্গ বাণিজ্য মহাবিদ্যালয় প্ৰতিষ্ঠাৰ বাবে দৃঢ় সংকল্প গ্ৰহণ কৰোঁ।

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় প্ৰতিষ্ঠাৰ ক্ষেত্ৰত প্ৰথম অৱস্থাত নানান ব্যক্তিৰ পৰা নেতিবাচক সহাঁৰি ; আনকি নিৰুৎসাহ জনক মন্তব্য পোৱাত মহাবিদ্যালয়খন প্ৰতিষ্ঠা কৰাৰ কাৰ্য্যটি প্ৰত্যাহবান হিচাবে গ্ৰহণ কৰি এডভোকেট শ্ৰী প্ৰফুল্ল চন্দ্ৰ বেজবৰুৱা আৰু তেখেতৰ পিতৃ প্ৰয়াত আনন্দ চন্দ্ৰ বেজবৰুৱা আৰু সেই সময়ৰ এম, কম পাচ কৰি অহা শ্ৰী গৌৰী ভূষণ বৰুৱা, শ্ৰী উমেশ ঠাকুৰ আদিৰ সহযোগত মহাবিদ্যালয় প্ৰতিষ্ঠাৰ প্ৰাৰম্ভিক কাৰ্য্যসূচী গ্ৰহণ কৰো। সেই সময়ৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কাৰ্য্যবাহী পৰিষদৰ প্ৰভাৱশালী সদস্য বৰ্ত্তমান সাংসদ শ্ৰী পৰাগধ চলিহাদেৱে বিশ্ববিদ্যালয় আচঁনিত এখন শিৱসাগৰত বাণিজ্য মহাবিদ্যালয় স্থাপিত কৰাৰ আঁচনিৰ কথা প্ৰথমেই জনাইছিল আৰু মহাবিদ্যালয়খন প্ৰতিষ্ঠাৰ বাবে বিধিগত পন্থাসমূহ ফঁহিয়াই দেখুৱাই দিয়াই নহয় মহাবিদ্যালয়খনৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত বিশেষ ভাৱে আগভাগ লয়। মহাবিদ্যালয়খনৰ প্ৰতিষ্ঠাত আগভাগ লোৱা স্বনামধন্য অন্যান্য ব্যক্তি সকল হল প্ৰয়াত প্ৰফুল্ল চন্দ্ৰ বৰুৱা (প্ৰাক্তন সাংসদ বিশিষ্ট সমাজসেৱী,) অধিবক্তা অজিত বৰপূজাৰী আৰু শ্ৰী গুণ বৰুৱা। ২৮/১০/৬৮ তাৰিখত প্ৰয়াত প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ সভাপতিত্বত বহা প্ৰতিনিধিমূলক ৰাজহুৱা সভাই কলা বিভাগৰ বিষয় সহ এখন পূৰ্ণাঙ্গ বাণিজ্য মহাবিদ্যালয় ১৯৬৯ চনৰ পৰা স্থাপন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি উনৈশ গৰাকী সদস্যৰে এখন কৰ্ণধাৰ সমিতি গঠন কৰে।

প্ৰয়াত প্ৰফুল্লচন্দ্ৰ বৰুৱাদেৱক সভাপতি শ্ৰী দীপালী চলিহা আৰু শ্ৰী গৌৰীভূষণ বৰুৱাক যুগ্ম সম্পাদক নিৰ্বাচন কৰা হয়। সদস্যসকল হল— শ্ৰী ৰাজাৰাম মিশ্ৰ (তেতিয়াৰ মহকুমাধিপতি) ডাক্তৰ জগন্নাথ বৰুৱা, (প্ৰয়াত) আনন্দ চন্দ্ৰ বেজবৰুৱা, (প্ৰয়াত) তাৰিণী শৰ্ম্মা, কালীপ্ৰসাদ চন্দ, (সৰ্বশ্ৰী) পৰাগ চলিহা, গিৰিজা প্ৰসাদ বৰুৱা, পঙ্কজা ভড়ালী, প্ৰফুল্ল চন্দ্ৰ বেজবৰুৱা, অজিত বৰপূজাৰী, মুনীন্দ্ৰ নাথ গগৈ, গুণ বৰুৱা আৰু অৰুণ কাকতী (প্ৰয়াত) ইতিমধ্যে ১৭,২৬০.০০ টকাৰ এটি পুঁজি গঠন কৰা হয়। শিৱসাগৰ ছোৱালী কলেজতে কমাৰ্চ মহাবিদ্যালয়ৰ পাঠদানৰ শুভাৰম্ভ হয়। ২৫/৬/৬৯ তাৰিখত কৰ্ণধাৰ সমিতিয়ে শ্ৰী গৌৰীভূষণ বৰুৱাক অধ্যক্ষ ৰূপে কাৰ্য্য পৰিচালনাৰ দায়িত্ব অৰ্পণ কৰে। নিম্নোক্ত ব্যক্তি কেইগৰাকীক অধ্যাপক/ অধ্যাপিকা ৰূপে নিয়োগ কৰে।

(সৰ্ব্বশ্ৰী) দিপালী চলিহা আৰু বিজুলী দেৱী (অসমীয়া), ভদ্ৰেশ্বৰ দুৱৰা আৰু খগেন বৰা (কমাৰ্চ পাঠ্যৰ) কামিনীকান্ত গগৈ আৰু সোনাৰাম বৰুৱা (ইংৰাজী), সত্যভূষণ বৰুৱা আৰু কীৰ্তিদত্ত (অৰ্থনীতি), উমেশ ঠাকুৰ (ৰাজনীতি বিভাগ), প্ৰফুল্ল চন্দ্ৰ বেজবৰুৱা (বাণিজ্যিক আইন), গুণ বৰুৱা (বুৰঞ্জী)। প্ৰয়াত সূৰ্য্যকান্ত বৰকাকতীক কাৰ্য্যালয় সহায়ক ৰূপে নিয়োগ কৰা হয়।

ইয়াৰ পিছত কৰ্ণধাৰ সমিতি ভঙ্গ কৰি বিভাগীয় নিয়ম মতে তদৰ্থ গৱৰ্ণিংবডি গঠন কৰা হয়। তলত উল্লেখ কৰাৰ দৰে।

*প্ৰয়াত প্ৰফুল্ল চন্দ্ৰ বৰুৱা ——— সভাপতি*
*শ্ৰীদীপালী চলিহা ——— সম্পাদক (যুগ্মভাৱে)*
*শ্ৰীগৌৰী ভূষণ বৰুৱা ”*
*প্ৰয়াত ডা° জগন্নাথ বৰুৱা —— সদস্য*
*শ্ৰী পৰাগ চলিহা —— সদস্য*
*প্ৰয়াত কালী প্ৰসাদ চন্দ —— ”*
*শ্ৰী অজিত বৰপূজাৰী —— ”*
*প্ৰয়াত আনন্দ চন্দ্ৰ বেজবৰুৱা —— ”*
*শ্ৰীপতিত পাৱন দাস —— ”*
*প্ৰয়াত দেৱবালা চলিহা —— ”*
*শ্ৰী মুহিৰাম শইকীয়া —— ” সদস্য*
*প্ৰয়াত সাৱল ৰাম খেমকা —— ”*
*প্ৰয়াত জালালুদ্দিন আহমেদ —— ”*
*শ্ৰী প্ৰমোদ গগৈ (এম,এল,এ) —— ”*
*প্ৰয়াত পুষ্পধৰ চলিহা —— ” (তেতিয়াৰ এম,এল,এ)*

৬/৯/৬৯ তাৰিখে শ্ৰী গৌৰীভূষণ বৰুৱাদেৱে অধ্যক্ষ আৰু যুগ্ম সম্পাাদক পদৰ পৰা পদত্যাগ কৰাত শ্ৰীদীপালী চলিহাক(লেখিকাক) ১৮/৯/৬৯ তাৰিখৰ পৰা প্ৰতিষ্ঠাপক অধ্যক্ষ আৰু সম্পাদিকাৰ দায়িত্ব দিয়া হয়।

ইতিমধ্যে পৰিচালনা সমিতিৰ সহযোগত এই নিবন্ধ লেখিকাই মহাবিদ্যালয়ৰ মাটিৰ বাবে বিভাগীয় কৰ্তৃপক্ষ আৰু ভূমি উপদেষ্টা বৰ্ডক খাটনি ধৰে আৰু ২৬৯৯ দাগ নং মাটিত আগতীয়া দখলী স্বত্ব লোৱা হয়। তদানীন্তন মুখ্যমন্ত্ৰী জননেতা প্ৰয়াত মহেন্দ্ৰমোহন চৌধুৰীদেৱক সদস্য কৰি বাণিজ্য মহাবিদ্যালয়ৰ প্ৰাসঙ্গিকতা সম্পৰ্কে পতিয়ন নিয়াই এই লেখিকাই মহাবিদ্যালয়ৰ ঘৰ দুৱাৰ সজাৰ কাৰণে বিশ হেজাৰ টকা আৰু মহাবিদ্যালয় পৰিচালনাৰ বাবে ১২ হেজাৰ টকাৰ প্ৰথম অনুদান আনে। এই টকাকেই মহাবিদ্যালয়ৰ প্ৰথম ঘৰ - দুৱাৰ সজাৰ কামত ব্যয় কৰা হয়। ৰাইজৰ দান বৰঙনিৰে মহাবিদ্যালয়ৰ পুথিভঁৰালটি আৰম্ভ কৰা হ'ল। ১৯৭১ চনত মহাবিদ্যালয়ৰ প্ৰথম দলৰ ছাত্ৰ ছাত্ৰী সকলে প্ৰাক্ বিশ্ববিদ্যালয় শ্ৰেণীৰ পৰীক্ষা দিয়ে আৰু মহাবিদ্যালয়ৰ শৈক্ষিক দিশৰ প্ৰথম ভেটিটো দৃঢ় ভাৱে প্ৰতিষ্ঠা কৰে। ১৯৭১-৭২ চনত দ্বিতীয় আৰু তৃতীয় বাৰ্ষিক ডিগ্ৰী পৰীক্ষাৰ বাবে মহাবিদ্যালয়ে অস্থায়ীভাৱে বিশ্ববিদ্যালয়ৰ স্বীকৃতি লাভ কৰে। এই স্বীকৃতিৰ বাবে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ৰেক্টৰ প্ৰয়াত লক্ষী প্ৰসাদ দত্ত আৰু প্ৰয়াত প্ৰসন্ন গোস্বামীৰ সময়োচিত সহায়ৰ কথা মনত ৰাখিব লাগিব। প্ৰাৰম্ভিক কালছোৱাত কেবাজনো শিক্ষক শিক্ষয়িত্ৰীয়ে অবৈতনিক ভাৱে আৰু কিছুদিনৰ পিছত পঞ্চাশ টকা পাৰিতোষিক লৈ সেৱা আগ বঢ়াইছিল। ১৯৭১ চনৰ আগষ্ট মাহৰ পৰা শিক্ষক সকলক এশ টকা আৰু ১৯৭২ চনৰ এপ্ৰিল মাহৰ পৰা দুশ টকাকৈ পাৰিতোষিক আৰু ১৯৭৪ চনৰ জুন মাহৰ পৰা বিশ্ববিদ্যালয় অনুদান আয়োগৰ পুৰণা নিৰিখৰ মহাবিদ্যালয় পৰিদৰ্শক হিচাবত পাৰিতোষিক দিয়া হৈছিল।

শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীখগেন গগৈ(এম,এল,এ) আদিয়ে

সহায়ৰ হাত আগবঢ়োৱাৰ বাবে মহাবিদ্যালয়ৰ গাতে লাগি থকা পুলিচ কলনিৰ ২৭০৫ (খ)দাগৰ মাটি কলেজে লাভ কৰে আৰু মানৱ প্ৰেমী শ্ৰীমাঙ্গীলাল বাগ্ৰীয়ে ৬ লাখ টকা গৃহ নিৰ্ম্মাণৰ বাবে আগবঢ়োৱাত মহাবিদ্যালয় পৰিচালনা সমিতিয়ে সন্তোষ প্ৰকাশ কৰে। তদানীন্তন কেন্দ্ৰীয় পেট্ৰলিয়াম মন্ত্ৰী কবি দেৱকান্ত বৰুৱাই বাগ্ৰীৰ দানেৰে নিৰ্ম্মিত মহাবিদ্যালয়ৰ গৃহ নিৰ্ম্মাণৰ শিলান্যাস (Foundation Laying) কৰে । পিছলৈ এই মাটিডোখৰ অধিগ্ৰহণ সম্পৰ্কত নানান বাধা বিঘিনি সৃষ্টি হোৱাত শ্ৰী বাগৰী ডাঙৰীয়াই ঘৰটো সময়মতে সম্পন্ন কৰাব নোৱাৰিলে। কাৰণ ২৭০৫ দাগৰ মাটিখিনিৰ বাবে পুলিচ কৰ্তৃপক্ষৰ পৰা আপত্তি নথকা সন্মতিজ্ঞাপন পত্ৰ ( No Objection Certificate)পোৱা দুঃসাধ্য হ'ল। কিন্তু সেইসময়ৰ মাননীয় ৰাজহমন্ত্ৰী প্ৰয়াত পৰমা গগৈৰ বিশেষ সহায় সহযোগ মহাবিদ্যালয়ে নোপোৱাহেতেন বৰ্তমান বাগ্ৰী ভৱনৰ নিৰ্ম্মাণ কাৰ্য্য সম্পন্ন নহলহেতেন ।তাৰোপৰি তেতিয়াৰ আই,জি.পি মাননীয় চামচুদ্দিন, অবিভক্ত শিৱসাগৰ জিলাৰ পুলিচ অধীক্ষক মাননীয় প্ৰয়াত ৰুমান দত্তৰ বিশেষ সহায় আৰু শিৱসাগৰ মহকুমাৰ মহকুমা পুলিচ বিষয়া প্ৰয়াত বৃকোদৰ ডেকাৰ সহায়ৰ বাবে ২৭০৫ দাগৰ মাটিখিনি কলেজে নিজাববীয়াকৈ লাভ কৰিব পাৰিলে। ৰাজহ মন্ত্ৰী প্ৰয়াত পৰমা গগৈ আৰু উল্লেখিত পুলিচ বিষয়া সকলৰ সহায়ৰ কথা কলেজৰ বুৰঞ্জীত সদায়েই উজ্জলৰূপত প্ৰতিভাত হৈ থাকিব। কলেজৰ মাটি ডোখৰত দখলী স্বত্ব সাব্যস্ত কৰোতে দেৰী হোৱাৰ বাবে বৰ্তমান বাগৰী ভৱনৰ নিৰ্ম্মাণত শ্ৰী বাগৰী ডাঙৰীয়াই কেইবা গুণো বেছি টকা ভৰিব লগীয়া হ'ল। শ্ৰীযুত বাগ্ৰী ডাঙৰীয়াৰ এই বদান্যতাৰবাবে ৰাইজ আৰু মহাবিদ্যালয় কৰ্তৃপক্ষ চিৰদিন ঋণী হৈ থাকিব। বাগৰীৰ এই অভাৱনীয় সহায়ৰ বাবেহে কলেজৰ বুনিয়াদটি অধিক দৃঢ় হ'ল।

ডেৰ কুৰি বছৰত ভৰি দিয়া শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ে ১৯৯৪ চনত শিক্ষা সদী আৰু বৰ্ণাঢ্য কাৰ্য্যসূচীৰে ৰূপালী জয়ন্তী সমাৰোহ উদ্‌যাপন কৰে। ৰূপালী জয়ন্তীয়ে বিগত ২৫ বছৰ কলেজ প্ৰতিষ্ঠাত নানান তিতা-কেহা আৰু প্ৰেৰণাদায়ক মুহূৰ্ত্তবোৰ সোঁৱৰণ কৰোৱাই নহয়, কলেজখন শৈক্ষিক -ব্যৱহাৰিক সকলো দিশতে আগবঢ়াই নিয়াৰ নতুন সংকল্প -আঁচনি গ্ৰহণ কৰাৰো প্ৰেৰণা দিলে। নিজৰ দৃঢ় ভিত্তিত ঠিয় হৈ কলেজ খনে এক নতুন প্ৰতিশ্ৰুতি আৰু মহান পটভূমি নিৰ্ম্মাণৰ পথত অগ্ৰসৰ হৈছে। মহাবিদ্যালয়খনৰ দৃঢ় ভিত্তি প্ৰতিষ্ঠাৰ ক্ষেত্ৰত শিক্ষাবিদ, সংস্কৃতিকাৰ, সাংসদ শ্ৰীপৰাগ চলিহাৰ অৱদানৰ কথা মহাবিদ্যালয়ে সদায় শ্ৰদ্ধাৰে সুঁৱৰিব। লোক সভাৰ সদস্য হৈ থকা কালত তেখেতে বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰা মহাবিদ্যালয়ে অনুদান পোৱাত সহায় কৰি নিদিয়াহেতেন পুথি ভঁৰাল উন্নয়ন, শিক্ষা উন্নয়নৰ বাবে ৪ লাখ টকাৰ অনুদান পোৱা নগলহেতেন! এই লেখিকাৰ নেৰানেপেৰা খাটনি যত্ন আৰু সেইসময়ৰ এম,পি শ্ৰী কিৰিপ চলিহা আৰু শ্ৰীপৰাগ চলিহাৰ যত্নত মহাবিদ্যালয়খন টু,এফত অৰ্ন্তভুক্ত হৈ মহাবিদ্যালয়ে বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰিকল্পনা সমূহত টকা পোৱাৰ পথ চিৰদিনলৈ মুকলি হৈ ৰ'ল। কলেজখন টু এফত অৰ্ন্তভুক্ত হোৱাৰ বিষয়ত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ সেই সময়ৰ পঞ্জীয়ক দিব্যহাস গোস্বামী আৰু অস্থায়ীভাৱে পঞ্জীয়কৰূপে থকা বদন শইকীয়াৰ সহায়ৰ কথা মহাবিদ্যালয়ে মনত ৰাখিব। তদানীন্তন মুখ্যমন্ত্ৰী প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াৰ পৰা পোৱা ৩২ হেজাৰ টকাৰ নন ৰেকাৰিং গ্ৰাণ্ট আৰু ১৯৮৬ চনত তেতিয়াৰ শিক্ষা মন্ত্ৰী বৃন্দাবন গোস্বামীৰ ৫০ হেজাৰ টকাৰ অনুদান, শ্ৰীপৰাগ চলিহা লোকসভাৰ সাংসদ আৰু তদানীন্তন ৰাজ্যিক মন্ত্ৰী শ্ৰী প্ৰদীপ গগৈৰ সহায়ত তেল গেছ আয়োগৰ ১ লাখ টকাৰ অনুদানৰ কথা এই ক্ষেত্ৰত সুঁৱৰিব লগীয়া।

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ ২৬৯৯ দাগৰ ৫ বিঘা মাটি পোৱাত বিশেষ, সহায় কৰা তেতিয়াৰ মহকুমাধিপতি জীৱন হাজৰিকা,উপ-পতি সমাহৰ্ত্তা চূড়ান্ত ৰায় পোৱাত সহায় কৰা তেতিয়াৰ উপায়ুক্ত শ্ৰী সাৰদ গুপ্তদেৱ, ইঞ্জিনিয়াৰ শ্ৰী হেম দাস (মাটি জোখাৰ পৰা বৰ্ত্তমানলৈকে), ইঞ্জিনিয়াৰ শ্ৰী তিতাৰাম গগৈ, তেতিয়াৰ কাৰ্য্যবাহী অভিযন্তা বিনোদ বৰদলৈ,কাৰ্য্যবাহী অভিযন্তা শ্ৰী ভোগেশ্বৰ বৰুৱা, ইঞ্জিনিয়াৰ হৰিকান্ত দাস, ইঞ্জিনিয়াৰ মনু চুতীয়া, ইঞ্জিনিয়াৰ মাধুৰী নেওগ, ইঞ্জিনিয়াৰ প্ৰশান্ত কলিতাৰ কলেজ উন্নয়নৰ কামত নিস্বাৰ্থসেৱা, বনিয়াবাৰীৰ দুই মাজগাঁৱৰ ৯ বিঘা মাটি পোৱাত সহায় কৰা ভূমি উপদেষ্টা বৰ্ডৰ তেতিয়াৰ ৰাজ্যিক মন্ত্ৰী শ্ৰীপ্ৰদীপ গগৈ দেৱ, উপায়ুক্ত প্ৰসন্ন কুমাৰ শৰ্ম্মা আৰু অতিৰিক্ত উপায়ুক্ত গদেশ্বৰ চুতীয়া আৰু অতিৰিক্ত উপায়ুক্ত প্ৰণব বৰাৰ সহায়

টিকত তেওঁ দাঙি ধৰিছে।

ৰূপালীম নাটকৰ এটা বিশেষত্ব হৈছে সাতোটা অঙ্কত ভক্ত, কিন্তু অঙ্কৰ মাজৰ দৃশ্য বিভাজন নাই। নাটক খনত াখ্যান ভাগৰ বিশেষ গুৰুত্ব নাই। নাট্যকাৰে চৰিত্ৰগত বৈচিত্ৰ দৰ্শন কৰিবৰ বাবে পটভূমিৰ বাবে পৰ্ব্বতৰ মাজৰ ঠাইকে াচি লৈছে। প্ৰধান চৰিত্ৰ ৰূপালীম, মণিমুগ্ধ, মায়াব, ইতিভেন াদি স্বকীয় বৈশিষ্ট্যৰে উজ্জ্বল হৈ উঠিছে। মণিমুগ্ধৰ াবেগপ্ৰৱণ কল্পনাবিলাসী মনে ৰূপালীমৰ ৰূপত বিভোৰ হ দিশহাৰা হৈ পৰিছে। এহাতে বাকদত্তা ইতিভেন আনহাতে পালীমৰ সৰলতা আৰু ত্যাগৰ মহিমা। এই নাটকখনৰ ংলাপ শক্তিশালী কিন্তু মাজে মাজে কাব্যধৰ্মী হৈ পৰিছে। পালীম অসমীয়া নাট্য সাহিত্যৰ এক অনুপম সৃষ্টি বুলিব াৰি।

## ভিতাঃ

"লভিতা" নাটকত অসমীয়া সাধাৰণ গাঁৱলীয়া ছাৱালীৰ চৰিত্ৰবলৰ নিদৰ্শন দাঙি ধৰিছে। সুপ্তশক্তি মনৰ ঢ়তা কেনেদৰে প্ৰয়োজন অনুসৰি সাধাৰণ ছোৱালীয়েও দখুৱাব পাৰে লভিতাত তাক সুন্দৰ ভাবে ফুটি উঠিছে। তানুগতিক ভাবে অন্যান্য নাটকত থকাৰ দৰে ইয়াত এটা সংবদ্ধ কাহিনী আৰু নায়ক - নায়িকা নাই। কিন্তু লভিতা ৰিত্ৰক কেন্দ্ৰ কৰিয়েই নাটকখনৰ ঘটনাক্ৰম আগবাঢ়িছে। জ্যাতিপ্ৰসাদৰ অন্যান্য নাটকৰ বিপৰীতে ইয়াৰ চৰিত্ৰ ঘটনা মাৰু সংলাপ বাস্তৱমুখী।

লভিতাই নিজ দেশক ভাল পাইছিল । সেয়েহে ভিতাই নাৰ্চ হবলৈ যাওঁতে অসমী আইৰ মাটিৰে কপালত টা ফোঁট দিবলৈ আৰু মৰিবৰ সময়ত অসমৰ সুৰদী সুৰীয়া ীত গাবলৈ কৈছে। এই নাটকৰ শেষৰ ফালে আগৰৱালাদেৱে ৰিস্থিতি আৰু পৰিবেশ সৃষ্টিৰ বাবে চিনেমাৰ কৌশল প্ৰয়োগ ৰি শব্দ তৰংগ (SOUND EFFECT) আৰু মৃত্যুৰ সময়ত াট্য নিৰ্দেশনা দিছে।

## ন্যান্য নাটক ঃ

ইয়াৰ বাহিৰেও জ্যোতিপ্ৰসাদে নিমাতী কন্যা, সোণ খিলী আৰু খনিকৰ নামৰ তিনিখন নাটক লিখিছিল। সোণ খিলী কাব্যনাটিকাখন অসম্পূৰ্ণ হৈ ৰল। ৰূপকধৰ্মী এই নাটকখন শিশুৱে অভিনয় কৰিব পৰাকৈ ৰচনা কৰিছিল। সোণপখিলী সৌন্দৰ্য্য আৰু আনন্দৰ প্ৰতীক । এই নাটকৰ চৰিত্ৰবোৰৰ নাম প্ৰতীকধৰ্মী । যেনে কবিতা কুমাৰ, চিন্তা কুমাৰ আৰু সুকুমাৰ কলাৰ যোগেদি মানুহে চৰম সুখ আৰু আনন্দ লাভ কৰিব পাৰে বুলি এই নাটকত দেখুৱাইছিল।

নিমাতি কন্যা কলা লক্ষ্মীৰ প্ৰতীক বুলি নাট্যকাৰে পাতনিত উল্লেখ কৰিছে। "মানৱজাতিৰ সভ্যতাৰ অধিষ্ঠাত্ৰী হৈছে কলালক্ষ্মী । পৃথিৱীত আজি সকলোৱেই নানা কলা সাধনাৰে এই কলালক্ষ্মীৰ হাঁহি আৰু গান উলিয়াব পৰা নাই। " যিদিনাই ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসনৰ ভাৰ পৰিব তেতিয়াহে পৃথিৱীত শান্তি প্ৰতিষ্ঠা হব।" নাট্যকাৰে নিমাতীৰ মাত উলিয়াবলৈ অহা ৰূপকোঁৱৰক "জ্যোতিৰ দেশৰ" পৰা অহা আৰু কাৰেঙক "জোনাকী কাৰেং"বুলি অভিহিত কৰিছে। "জ্যোতি" আৰু "জোনাকী" দুয়োটা নামেই ব্যঞ্জনাধৰ্মী । যি কলা সাধনাই বহুজনৰ হিত সাধিব পাৰে আৰু বহুজনক আনন্দ দিব পাৰে। তেনে কলা সাধনাইহে নিমাতীৰ কণ্ঠত স্বৰ দিব পাৰে । পাণ্ডিত্যৰ অভিমান, ধনৰ গৰ্ব আৰু ৰূপৰ ভেম কলালক্ষ্মী সাধনাত অসাৰ্থক হৈ পৰে।

"খনিকৰ" নাটকত কবিসুলভ কাব্যিকতা আৰু আবেগক বিশেষ স্থান দিয়া নাই। এই নাটকৰ নায়ক নবীনে দেউতাক আৰু আত্মীয় স্বজনৰ বাধা নিষেধ উলঙঘা কৰি ভাস্কৰ্য বিদ্যা শিকাৰ প্ৰবল বাসনালৈ জীৱনৰ বাটত আগ বাঢ়িছে। তেওঁ জাহাজত বণুৱাৰ কাম কৰি ফ্ৰান্স দেশলৈ গৈ ভাস্কৰ্য বিদ্যাৰ প্ৰশিক্ষণ লৈছেগৈ। আৰু বহু দিন অনাহাৰ অৰ্দ্ধাহাৰ আৰু অপমানত জীৱন কটাই অৱশেষত আৰ্ন্তজাতিক স্বীকৃতি লাভ কৰিবলৈ সক্ষম হয়। শিল্প সাধনাতে নিজক উছৰ্গা কৰা এগৰাকী আদৰ্শবাদী শিল্পীৰ প্ৰতিনিধি স্বৰূপ নবীনৰ চৰিত্ৰত সকলো দিশ প্ৰতিফলিত হোৱা নাই । মিঃ ভুএগ্ৰা চৰিত্ৰৰ যোগেদি চাহাব সজা লোকক ব্যঙ্গ কৰিছে। কিন্তু তেওঁ সৰল, পৰোপকাৰী আৰু খোলা মনৰ মানুহ। তেঁৱেই নবীনক বিলাতলৈ যাবলৈ উৎসাহিত কৰিছিল। এই নাটকৰ কাহিনী ৰচনাত জটিলতা নাই । চৰিত্ৰৰ মানসিক অৰ্ন্তদন্দ্ব আৰু ঘটনা বিকাশ ঘটা নাই। এই নাটকত জ্যোতি প্ৰাসাদৰ নাট্য প্ৰতিভাৰ বিশেষ স্ফুৰণ ঘটা নাই।

## উপসংহাৰ ঃ

সমূহৰ সাজ সজ্জাৰ নিৰ্দ্দেশ দিছে। ইয়াৰ আগতে কোনো নাট্যকাৰে মঞ্চসজ্জাৰ (SETTING) ওপৰত গুৰুত্ব আৰোপ কৰা নাছিল। দ্বিতীয়তে, এই নাটকৰ যোগেদিয়েই জ্যোতিপ্ৰসাদে অসমীয়া লোকগীত আৰু সুৰক ৰঙ্গমঞ্চত প্ৰতিষ্ঠা কৰে। নাটকৰ ৰস আস্বাদনত গীত আৰু নৃত্যৰো যে উল্লেখযোগ্য অৱদান থাকিব পাৰে সেইটো প্ৰদৰ্শন কৰে। আনহাতে চিত্ৰলেখাৰ জৰিয়তে প্ৰকাশ কৰা "পদুমকলি" নৃত্যটো ব্যঞ্জনাত্মক (SUGGESTIVE), উষাৰ উঠি অহা যৌৱনৰ প্ৰতীক বা ইঙ্গিত হিচাবে এই নৃত্যটো উপস্থাপন কৰা হৈছে।

## কাৰেঙৰ লিগিৰী ঃ

জ্যোতিপ্ৰসাদ আগৰৱালাই ৰচনা কৰা দ্বিতীয় নাটক "কাৰেঙৰ লিগিৰী" অসমীয়া সাহিত্যৰ ভিতৰতে এখন শ্ৰেষ্ঠ নাটক বুলি কব পাৰি। সমাজ আৰু ব্যক্তি ৰ মাজৰ যি সংঘৰ্ষ· প্ৰাচীন ৰীতি-নীতি, সংস্কাৰ আৰু নতুন ধ্যান ধাৰণা আৰু আদৰ্শৰ মাজৰ বিৰোধে কেনেকৈ মানৱৰ অগ্ৰগতিত বাধা দি জীৱন বিষময় কৰি তোলে তাকে নাটকত দেখুৱা হৈছে। ইয়াৰ আগতে সমাজৰ কোনো সমস্যা এনে নাটকীয় ৰূপত আলোচিত হোৱা নাছিল। নাট্যকলা প্ৰয়োগতো এই নাটক বাটকটীয়া বুলি ক'ব পাৰি । কাৰেঙৰ লিগিৰীত উপস্থাপন কৰা বিশদ নাটকীয় নিৰ্দ্দেশে পৰিস্থিতি, চৰিত্ৰ আৰু কাৰ্য্যকলাপ উপলব্ধি কৰাত সহায়ক হৈছে। মধ্যযুগীয় পটভূমিত কাল্পনিক আভিজাত্যসম্পন্ন এটি পৰিয়ালৰ প্ৰতিচ্ছবি দাঙি ধৰিবলৈ নাট্যকাৰে প্ৰয়োজনীয়তা আৰু ঔচিত্যলৈ লক্ষ্য ৰাখি সংলাপ আৰু দৃশ্য সংযোগ কৰিছে।

কাৰেঙৰ লিগিৰীৰ নায়ক সুন্দৰ কোঁৱৰ ৰূপ আৰু গুণৰ অতুলনীয় অধিকাৰী ৰাজপুৰুষ। তেওঁ শাস্ত্ৰজ্ঞ আৰু আদৰ্শবাদী. আনহাতে নাৰী বিদ্বেষী। সমাজ - ৰাজমাওৰ আদেশ মানি কাঞ্চনকুমাৰীক বিয়া কৰালেও তেওঁৰ ( কাঞ্চনকুমাৰীৰ)পূৰ্ব্বৰ প্ৰেমৰ কথা গম পাই পূৰ্ব্বৰ প্ৰেমিক অনঙ্গৰামৰ লগত লগ লগাবলৈ চেষ্টা কৰিলে। কাৰেঙৰ লিগিৰী শেৱালীৰ মৃত্যুৰ পিছতহে কোঁৱৰৰ প্ৰতি থকা তাইৰ প্ৰেম উপলব্ধি কৰিব পাৰিলে। এই নাটকত ছেক্সপিয়েৰৰ নাটকৰ মূৰ্খ আৰু বহুৱা চৰিত্ৰৰ আৰ্হিত বপুৰাককাইৰ সৃষ্টি কৰিছে। বাহিৰত সি সহজ - সৰল ভিতৰি ভিতৰি নোমটেঙৰ। এনে চৰিত্ৰ সংস্কৃত (প্ৰাচীন) নাটকৰ বিদুষকৰ দৰে। সি নায়কৰ লিগিৰা আৰু লগৰীয়াও, এই নাটকত জ্যোতিপ্ৰসাদৰ ভাষাই শক্তিমত্তাৰ পৰিচয় দিছে। "কাৰেঙৰ লিগিৰী" নাটকখনৰ সংলাপ এক অন্যতম আকৰ্ষণ।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ হাতত নাট্যধৰ্মী সংলাপে অভিনৱত্ব লাভ কৰে। চৰিত্ৰক প্ৰকৃতভাৱে প্ৰকাশ কৰাত আৰু নাটকীয় কাব্য আৰু কাহিনী আগবঢ়াই নিয়াত সংলাপে প্ৰত্যক্ষভাৱে সহায় কৰে। "কাৰেঙৰ লিগিৰী" নাটকৰ সংলাপ ৰচনাৰ মাজেদি জ্যোতিপ্ৰসাদৰ কৃতিত্ব ফুটি উঠিছে উদাহৰণ স্বৰূপে,

"*কাঞ্চনমতী ঃ* মোক মাত্ৰ সমাজৰ সন্তুষ্টিৰ বাবেহে বিবাহ কৰাইছিল আৰু ভালকৈ জানিছিল - আপোনাৰ মাতৃ আৰু সমাজে আমাৰ শাৰীৰিক মিলন বিচাৰিছিল আপুনি তাত মত দিয়া নাছিলনে ?

*সুন্দৰ ঃ* কিন্তু তোমাৰ মন যে আনক—

কাঞ্চনমতী ঃ তাৰ সতে আপোনাৰ সম্বন্ধ কি ?মাতৃৰ অনুৰোধত আপুনি মাত্ৰ শৰীৰটো বিবাহ কোঠালৈ পঠাই । আন পক্ষৰ মনকো তাত বিচৰাটো যুক্তিযুক্ত কথা হৈছেনে ?

আকৌ ভবিষ্যত ঘটনাৰ আভাস যেন চৰিত্ৰৰ মুখত দিয়া সংলাপৰ মাজেদি ফুটি উঠিছে।

"*অনঙ্গ ঃ* যি ৰথৰ বাঘজৰী ধৰি তুমি নিৰ্ম্মম ভাবেৰে আমাৰ ওপৰেদি ৰথ চলাই লোহাৰ চকৰিৰে আমাক নিস্পেষিত কৰি গ'লা, এদিন তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিস্পেষিত হ'বা।"

## ৰূপালীম ঃ

জ্যোতিপ্ৰসাদ আগৰৱালা বিৰচিত তৃতীয়খন নাটক "ৰূপালীম"তো তেওঁৰ কল্পনাপ্ৰৱণ ৰোমাণ্টিক দৃষ্টি ভংগীৰ সুন্দৰ প্ৰকাশ ঘটিছে। পূৱ সীমান্তৰ সুসভ্য পৰ্বতীয়া বৌদ্ধ জনজাতীয় সমাজৰ অনুৰূপ কাল্পনিক সমাজ এখনৰ কাহিনী ইয়াত দাঙি ধৰা হৈছে।

এই নাটকত মৰিচ মেটাৰলিঙ্ক মন্নাভান্নাৰ নাটৰ কিছু প্ৰভাব পৰিছে বুলি জ্যোতিপ্ৰসাদে পাতনিত উল্লেখ কৰিছে। কাহিনীভাগৰ পৰিবৰ্তন ঘটাই নতুন পৰিবেশত "ৰূপালীম"

আনটি শিক্ষকৰ স্কুটাৰ আদি ৰখা হয়।

*ছাত্ৰ একতা সভা*

মহাবিদ্যালয়ৰ ছাত্ৰ একতা সভাৰ দ্বাৰা খোৱা পানীৰ ভড়াল আৰু শ্বহীদ বেদী নিৰ্ম্মাণ কৰা হৈছে। মহাবিদ্যালয় সপ্তাহ প্ৰতি বছৰে অনুষ্ঠিত কৰা হয়। ইয়াত অনুষ্ঠিত সাহিত্য সঙ্গীত আৰু খেলবিভাগৰ প্ৰতিযোগিতাসমূহে ছাত্ৰ ছাত্ৰীৰ প্ৰতিভা বিকাশত সহায়ক হৈছে। ইয়াৰোপৰি মহাবিদ্যালয় আলোচনী আৰু প্ৰাচীৰ পত্ৰিকা ভাৰপ্ৰাপ্ত অধ্যাপকৰ তত্বাৱধানত নিয়মিত প্ৰকাশ পাইছে।

*পুথিভঁড়াল আৰু সংলগ্ন অধ্যয়ন কক্ষ*

মহাবিদ্যালয়ৰ পুথিভঁড়ালটিত ছাত্ৰ ছাত্ৰীৰ পাঠ্য পুথি, ৰেফাৰেন্স বুক আদি আৱশ্যকীয় গ্ৰন্থ আছে। প্ৰায় ৭ লাখ টকাৰ গ্ৰন্থই ছাত্ৰ ছাত্ৰীক উপকৃত কৰিছে। ইয়াৰোপৰি নিয়মীয়াকৈ বাতৰি কাকত ৰখা হয়। নৱ নিৰ্মিত সুদৃশ্য অধ্যয়ন কক্ষটিয়ে পঠন-পাঠনৰ এটি পৰিবেশ সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

*ছাত্ৰ-ছাত্ৰী*

এই মহাবিদ্যালয়ত বৰ্ত্তমান প্ৰায় ৯০০ জন ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰি আছে। তাৰে প্ৰায় ১০০ গৰাকী ছাত্ৰী।

শিৱসাগৰ জিলাত এখন অগ্ৰণী বাণিজ্য শিক্ষাৰ কলেজ হোৱা বাবে বিভিন্ন অঞ্চলৰ ছাত্ৰ ছাত্ৰীয়ে নামভৰ্ত্তিৰ কৰে। উচ্চতৰ মাধ্যমিক পৰীক্ষাৰ উৰ্ত্তীণৰ হাৰ যথেষ্ট সন্তোষজনক । কেইবাজনকৈ ছাত্ৰ ছাত্ৰীয়ে প্ৰথম বিভাগ পাবলৈ সক্ষম হৈছে।

বি. কম. পৰীক্ষাৰ ফলাফল যথেষ্ট উন্নত। প্ৰথম বৰ্ষৰ গোটৰ উৰ্ত্তীণৰ হাৰ এশ শতাংশ আছিল। বৰ্ত্তমান হিচাপ বিদ্যা মেজৰৰ ফলাফল যথেষ্ট উন্নত মানদণ্ডৰ হৈছে। **১৯৯৮ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বাণিজ্য বিভাগৰ স্নাতক পৰীক্ষাত সৰ্ব্বোচ্চ নম্বৰ পাই আৰু স্পেক্ট্ৰাম প্ৰতিভা বৃত্তিৰ বাবে নিৰ্ব্বাচিত আমাৰ মহাবিদ্যালয়ৰ ছাত্ৰ ৰোহিত আগৰৱালাই কলেজৰ ইতিহাসত এক গৌৰৱোজ্জ্বল অধ্যায়ৰ সৃষ্টি কৰিলে।**

*কৃতী ছাত্ৰ ছাত্ৰীৰ এখনি তালিকা।*

(১) শ্ৰীশৰৎ শৰ্ম্মা ( প্ৰাক্ বিশ্ববিদ্যালয়ত পঞ্চম স্থান)
(২) শ্ৰীৰোহিত আগৰৱালা (স্নাতকত সৰ্ব্বোচ নম্বৰ)
(৩) শ্ৰীসুধীৰ জোগানী
(৪) শ্ৰীবিনীতা পোদ্দাৰ
(৫) শ্ৰীঅমি আগৰৱালা
(৬) শ্ৰীৰাতুল শৰ্ম্মা
(৭) শ্ৰী অশোক কুমাৰ খান্দেলীয়া
(৮) শ্ৰীমতী বিনীতা আগৰৱালা
(৯) শ্বেতা আগৰৱালা।

*প্ৰাক্তন ছাত্ৰ ছাত্ৰী*

মহাবিদ্যালয় খনিৰ পৰা প্ৰায় ১৩ হাজাৰ ছাত্ৰ ছাত্ৰীয়ে স্নাতক উপাধি লাভ কৰিছে। উৰ্ত্তীণ হোৱা ছাত্ৰ ছাত্ৰীসকলে সমাজৰ বিভিন্ন ক্ষেত্ৰত নিজস্ব অৱদানেৰে সেৱা আগবঢ়াই আহিছে। তাৰে উল্লেখযোগ্য কেইজনমান হল প্ৰথম বৰ্ষ গোটৰ ছাত্ৰ ভুপেন শৰ্মাই ডক্টৰেট উপাধি লাভ কৰি লক্ষীমপুৰ বাণিজ্য মহাবিদ্যালয, গিয়াচুদ্দিন আহেমেদে ডিগবৈ মহাবিদ্যালয়ত সুখ্যাতিৰে বাণিজ্য বিভাগত অধ্যাপনা কৰি আছে।কিছুসংখ্যকে উচ্চতৰ মাধ্যমিক শ্ৰেণীৰ বিষয়শিক্ষক, মহাবিদ্যালয়ৰ প্ৰবক্তা, হাইস্কুলৰ প্ৰধান শিক্ষক হিচাবে শিক্ষাদানত ব্ৰতী আছে।

চনদ প্ৰাপ্ত গাণণিক হিচাবে শ্ৰী অমি আগৰৱালা, সুশীল আগৰৱালা, শ্ৰীহৰ্ষবৰ্দ্ধন নাহাটা আৰু শ্ৰী প্ৰমোদ কাকতিয়ে বেঙ্কত গাণনিক বিষয়া হিচাবে কাৰ্য্য নিৰ্বাহ কৰিছে। ইয়াৰোপৰি শিৱসাগৰ উকীল সন্থাত কেইবাজনেও অধিবক্তা হিচাবে, তেল আৰু প্ৰাকৃতিক গেছ নিগম, জীৱন বীমা নিগম, বীমা কোম্পানী আৰু বিভিন্ন বেঙ্কত সেৱা আগবঢ়াই আহিছে। বহুতে নিজস্ব ব্যৱসায় প্ৰতিষ্ঠান আৰু ব্যৱসায়ত আত্মনিয়োগ কৰি মহাবিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ হিচাবে সুনাম আনিছে।

## *খেলা ধুলা আৰু অন্যান্য (N.C.C)*

শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ (N.C.C) ৰাষ্ট্ৰীযবাহিনী ( যাক দেশৰ দ্বিতীয় প্ৰতিৰক্ষা বাহিনী নামেৰে জনা যায়) ১৯৮২ চনত 49 Assam Naval Unit ৰ সৌজন্য আৰু প্ৰবক্তা অচ্যুত বৰপূজাৰীৰ তত্বাৱধানত আৰম্ভ কৰা হয়। ১৯৮২ চনৰ পৰা ১৯৮৯ চনলৈকে মহাবিদ্যলয়ৰ প্ৰবক্তা হৃদয়ানন্দ লাহন আৰু আমি আগৰৱালাই Care-takerহিচাবে দায়িত্ব লয়।

উক্ত সময়ছোৱাত ১৯৮২-১৯৮৯ N.C.C. ৰ Commisioned Officer নথকাত ১৯৯০ চনত 49 Assam Naval unit ৰ তত্বাৱধানত পঞ্চাশজন কেডেটৰ Naval wing ৰ এটা শাখা খুলি প্ৰবক্তা ৰাতুল শৰ্ম্মাক

দায়িত্ব দিয়া হয়। ১৯৯১ চনত Director of Sports, Assam ৰ পৰা নিৰ্ব্বাচিত হৈছে Southern Naval Command Cochin ত তিনিমাহৰ প্ৰশিক্ষণ লৈ Sub. 1st Rank ৰে বৰ্ত্তমানলৈকে কাৰ্য্যভাৰ চলাই আছে।

বিভিন্ন সৰ্ব্বভাৰতীয় কেম্পত যোগদান কৰি কৃতকাৰ্য্যতাৰে মহাবিদ্যালয়লৈ গৌৰৱ কঢ়িয়াই অনা কৃতীত্ৰকেডেটৰ ভিতৰত ৰঞ্জিত বৰুৱা, প্ৰহ্লাদ বুঢ়াগোঁহাই, কমল ফুকন, সঞ্জীৱ মণ্ডল, ঠাকুৰ দে জেহিৰুদ্দিন আহমেদ আদিৰ নাম উল্লেখযোগ্য।

| *Year* | *Camp/Course (Attended)* | *Name of the Perticipant* | *Award* |
|---|---|---|---|
| 1990-91 | Tracking and Rock Climbing (Kathgusswn) | CDT. Capt Prohalad Buraguhain<br>CDT. Pronob Sarma. | |
| 1991-92 | SEA Attachment Camp (Cochin) | 1. Leading CDT. Kamal Phukan | Best Cadet |
| | Naw Sainik Camp (Vishakhapattanam) | 1. Leading CDT. Thakur Prashad de<br>2. " Dipak Goel | |
| 1992-93 | Naw Sainik Camp (Vishakhapattanam) | 1. CDT. CPT. Jehiruddin Ahmed | Silver Madel (Ship Modeling) |
| | Republic day camp (New Delhi) | 1. CDT. chandan Buraguhain<br>2. CDT. Lala Ali | Best Cadet. |
| 1993-94 | Combined Annual Training Camp (Air Force Station, Chabuwa) | Ten Cadets | Best team for Best kit layout |
| | Naw Sainik Camp (Vishakhapattanam) | CDT. Puspendra Phukan | Bronze Madel (Ship Modeling) |
| 1994-95 | Republic Day Camp (New Delhi) | Selected<br>CDT. Monoj Mohan<br>CDT. Arup Changmai<br>CDT. Randeep Hazarika | Held on 26th January, 1995 |
| 1995-96 | Republic Day camp (New Delhi) | P.O. Cdt. | |
| | Naw Sainik Camp (Visakhapattanam) | P.O Cdt. Ranjit Buragohain. | |
| 1996-97 | Republic Day Camp (New Delhi) | CDT. CPT. Lakhi Prasad Handique<br>L/CDT. Makhan Handique<br>P.O. CDT. Biju Ahmed<br>P.O. CDT. Aslam Ahmed | |

| | | | |
|---|---|---|---|
| | Naw Sainik camp (Visakhapattanam) | CDT. CPT. Lakhi Prashad Handique<br>L/ CDT. Prakash Nath. | |
| ***Year*** | ***Camp/Course (Attended)*** | ***Name of the Perticipant*** | ***Award*** |
| 1997-98 | Republic Day Camp (New Delhi) | 1. CDT. CPT. Navajyoti Khacklars<br>2.CDT. CPT. Sujay Gogoi<br>3. CDT. CPT. Nasser Hussain<br>4. L/ Cdt// Mantu Hazarika | |
| | Naw Sainik Camp (Visakhapattanam) | L/CDT. Pradeep Boruah | |
| | Tracking Camp | CDT. CPT. Lakhi Prasad Handique | |
| 1998-99 | Republic Day Camp (New delhi) | L/CDT. Prakash nath | |
| | Advance Leadership Camp (Chennai) | L/ CDT. Pradeep Boruah<br>CDT. CPT. Lakhi Prasad Handique<br>CDT. CDT. | |

## সঙ্গীত নাট ঃ

মহাবিদ্যালয়ৰ স্নাতক কেইবাজনো ছাত্ৰই সংগীত আৰু নাটক বিভাগত কৃতিত্বৰ পৰিচয় দিছে। ইয়াৰ ভিতৰত ৰোহিনী বৰুৱা আৰু ৰাতুল কাকতি, বিজু ভাগৱতীয়ে সঙ্গীতত বিশাৰদ উপাধি লাভ কৰিছে। হৰিহৰ চাহুয়ে হিন্দীত নাটক লেখি অসমৰ বাহিৰত প্ৰদৰ্শন কৰি সুনাম অৰ্জন কৰিছে। জয়ন্ত বৰঠাকুৰ, অৰুণ চৰণ ফুকন, ৰঞ্জীৱ মানৱ গোস্বামী দীপক ফুকনকে প্ৰমুখ্যে কৰি কেইবাজনেও সঙ্গীত নাট বিভাগত কৃতিত্ব অৰ্জন কৰিছে। দেৱজিত চলিহাই ঢোল বাদনত কৃতিত্বৰ পৰিচয় দিছে।

দেৱজিত গগৈয়ে সমৰকলা বিভাগত Black Belt অৰ্জন কৰি অসম তথা ভাৰতৰ বাহিৰতো সমৰকলা প্ৰদৰ্শন কৰাৰ সুযোগ লাভ কৰিছে।

বৰ্ত্তমান শিক্ষা লাভ কৰি থকা জৱাহৰ জ্যোতি চাংকাকতিয়ে দুৰ্গম দাৰ্জিলিং অঞ্চললৈকে চাইকেল অভিযান কৰাতো উল্লেখনীয় । সুৰেশ কলিতাই চাইক্লিংত জিলা তথা অসমক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছে। সেইদৰে বেডমিন্টন, বাস্কেটবল আৰু ক্ৰিকেট খেলটো কেইবাজনো ছাত্ৰই জিলাক প্ৰতিনিধিত্ব কৰিছে। ইয়াৰ ভিতৰত বিশেষভাৱে উল্লেখনীয় হল।

ক্ৰিকেটত মঃ চামীৰুল হক আৰু নবীন বাহেটিয়ে জিলা তথা ৰাজ্যিক দলৰ হৈ প্ৰতিনিধিত্ব কৰিছে। টেবুলটেনিচত পঙ্কজ প্ৰতীম চুতিয়া আৰু কৌস্তভ ভৰদ্বাজে জিলা, ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ বিভিন্ন প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে। পঙ্কজ প্ৰতীম চুতীয়াই টেবুল টেনিচত অসমৰ চেম্পিয়ন আৰু সৰ্ব্বভাৰতীয় খেলত সুনাম অৰ্জন কৰিছে। স্বাধীনতা স্বৰ্ণজয়ন্তী সামৰণী অনুষ্ঠানৰ বাস্কেটবল প্ৰতিযোগিতাত আমাৰ কলেজ দলে বিজিতৰ সন্মান

লাভ কৰিছে। কলেজৰ ক্রিকেট দলে আন্তঃমহাবিদ্যালয় প্রতিযোগিতাত ভাল ফল দেখুৱাবলৈ সক্ষম হৈছে। কলেজৰ ছাত্র ৰিতুপর্ণ গগৈয়ে ডিব্রুগড় বিশ্ববিদ্যালয়ৰ দলটোত স্থান লাভ কৰি ভাল ফল দেখুৱাইছে।

## শিক্ষক শিক্ষয়িত্রী

মহাবিদ্যালয় খনিত বৰ্ত্তমান ২২ জন শিক্ষক শিক্ষয়িত্রীয়ে অধ্যাপন কৰি আছে। হিচাপ বিদ্যা, মেনেজমেণ্ট আৰু বেংকিং মেজৰ বিষয় অভিজ্ঞ শিক্ষকে শিক্ষাদান কৰি আছে। আস্না চেতিয়া আৰু মঃ চুজাউদ দৌল্লাই ডক্টৰেট উপাধি লাভ কৰিবলৈ সক্ষম হৈছে। ৰাজু মণি শৰ্ম্মা আৰু দেবীমল্লিকা ৰাজখোৱাই (বৰ্ত্তমান নাই) এম.ফিল. উপাধি লাভ কৰিছে। সন্তোষ কুমাৰ কৰ্মকাৰে অসম সাহিত্য সভাৰ ১৯৯৮ চনৰ সীতানাথ ব্ৰহ্মচৌধুৰী সমন্বয় বঁটা আৰু ভাৰতীয় ভাষা পৰিষদৰ ১৯৯৮ চনৰ বঁটা লাভ কৰিছে। ৰেণু দেৱীয়ে জিলা গ্ৰাহক বিবাদ নিৰাকৰণ ফৰামৰ মাননীয়া সদস্যাৰূপে কাৰ্য্যনির্বাহ কৰি আছে। মহাবিদ্যালয়ৰ প্রাক্তন ছাত্র ৰাতুল শৰ্ম্মা আৰু অশোক কুমাৰ খাওেলীয়াই হিচাপ বিদ্যা বিষয়ত শিক্ষাদানত ব্ৰতী আছে।

একোটি অনুষ্ঠানৰ সৰ্বাত্মিক বিকাশৰ বাবে ডেৰকুৰি বছৰ একো নহয় যদিও ডেৰকুৰি বছৰত একোটা অনুষ্ঠানে ভালেমান বছৰ প্রতিশ্রুতি প্রদান কৰিব পাৰে, সম্ভাৱনাৰ দ্বাৰা উদঘাটন কৰিব পাৰে। শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ে এই উদ্দেশ্য লৈ অগ্রসৰ হৈছে। কিন্তু একোখন অনুষ্ঠানৰ বিকাশ কেৱল পৰিচালক আৰু পৰিচালনা সমিতিৰ কাৰ্য্যদক্ষতাৰ ওপৰতে নিৰ্ভৰশীল নহয়, বিশেষকৈ শিক্ষানুষ্ঠানৰ ক্ষেত্ৰত। কেৱল আটকধুনীয়া ঘৰ দুৱাৰ লাইব্রেৰী অন্যান্য আচবাবে একোখন শিক্ষা প্রতিষ্ঠানৰ মৰ্য্যদা নিৰূপন নকৰে ; নিৰূপন কৰে শিক্ষাদান দান, শিক্ষা গ্ৰহণ, শৃংখলা, অনুষ্ঠানৰ লগত জড়িত সকলোৰে সহযোগিতা আৰু সৃষ্টিশীল মনোভঙ্গীৰ ওপৰত । এই ক্ষেত্ৰত শিৱসাগৰ বাণিজ্য মহাবিদ্যালয়ৰ বিকাশৰ পথ মসৃন নাছিল। মহাবিদ্যালয়ৰ বিকাশৰ আৰু শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত আমি কাৰ্য্যসূচী গ্ৰহণ কৰোতে মহাবিদ্যালয় ভিতৰৰ আৰু বাহিৰৰ বহু প্রতিক্রিয়াশীল শক্তিৰ মুখামুখী হব লগীয়া হৈছিল। কেতিয়াবা কেতিয়াবা সংকীর্ণ গোষ্ঠী -স্বাৰ্থ ন্যস্ত স্বাৰ্থই ৰচনাত্মক কাৰ্য্যসূচী ব্যাহত কৰিছিল যদিও কেইগৰাকী মান অধ্যাপক /অধ্যাপিকাৰ সহযোগিতা শুভাকাংশীৰ শুভেচ্ছা, ছাত্র ছাত্রীৰ ঐকান্তিকতাই, শুভ বুদ্ধি সম্পন্ন অধিকাংশ শিক্ষক -শিক্ষয়িত্ৰীৰ কৰ্মনিষ্ঠাই মহাবিদ্যালয়ৰ বৌদ্ধিক তথা বৈষয়িক উন্নয়নত অৰিহণা যোগাইছিল । সকলো প্রতিকূল শক্তিৰ বিৰুদ্ধে সাহসেৰে ঠিয় হৈ প্ৰত্যাহ্বান গ্ৰহণ কৰোতে আমাৰ একমাত্র ধ্যান - ধাৰণা আছিল মহাবিদ্যালয়খন সৰ্ব্বাত্মক ভাৱে সুন্দৰ কৰাৰ কাৰ্য্যসূচী গ্ৰহণ কৰা। মহাবিদ্যালয়ৰ বিকাশত মোৰ গোটেই কৰ্ম্মময় জীৱনৰ অধিকাংশ ব্যয় কৰিব লগাত আন কোনো সৃষ্টিশীল কাৰ্য্যত ব্ৰতী হব নোৱাৰিলোঁ। কলেজখনৰ প্ৰতিটো ধূলিকণাৰ লগত মোৰ প্ৰাণৰ সম্পৰ্ক আছে আৰু ভবিষ্যতলৈও থাকিব।



*—— জয়তু শিৱসাগৰ বাণিজ্য মহাবিদ্যালয় ——*

# — গীত —



*সুজয় গগৈ*
স্নাতক প্ৰথম বাৰ্ষিক।

নতুন অসমৰ আমি
জাগ্ৰত বাহিনী
চিৰ উজ্জ্বল অসমী মোৰ জননী
ৰূপে গুণে ফলে ফুলে ৰূপহী কৰি
বিশ্ব সভাত তোমাক সজাই তুলিম।

বিশ্ব সভাত উদাত্ত কণ্ঠেৰে ক'ম
তুমি মোৰ জননী
তুমি মোৰ মৰমী
তুমি মোৰ আই অসমী।

পাহাৰে ভৈয়ামে প্ৰীতি বিলাম
লুইত আৰু বৰাকৰ পাৰে পাৰে গাম
অসমৰ মুকুতিৰ গান
আইৰ সকলো শত্ৰুক নাশি
সৃষ্টিৰ বাটত অমৃত সিঁচি
আগুৱাম আমি অসমৰ জাগ্ৰত সেনানী।

# শামুক আৰু নাও : জীৱন

*মণ্টু কুমাৰ বৰুৱা*
স্নাতক দ্বিতীয় বাৰ্ষিক



শামুকৰ খোলাত মোৰ জীৱনৰ নাও।
কলকলীয়া এছাটি কুৰুৱা বতাহ,
টুলুং ভুটুং
টুলুং ভুটুং
মোৰ জীৱনৰ প্ৰৱাহ।

স্পন্দিত মই আৱহৰ ৰং
বৃত্তৰ দৰে অঁকা আছে মোৰ জীৱনৰ ছৱি
তাল লাগি ঢাল ভাগো
ঢাল লাগি তাল ভাগো মই,
জীৱনৰ সতে লয় খেলো
কৰো কোলা কুলি।

একুঁৱা আবেগত ভাড়া ঘৰৰ সিপাৰে
মেলি দিওঁ মোৰ ওজস্বী দুহাত ।
আঁকোৱালো মাথো
বাৰে বাৰে
মানৱতাৰ নাঙঠ ফল্গুধাৰা ।

কালৰ কুটিল হাঁহিত
নাওখনি এদিন ভাগি যাব
চিনোতো নৰ'ব একো।
পঁয়ালগা প্ৰেমৰ প্ৰয়াসত
স্পষ্ট হ'ব জীৱনৰ শেষ ভৈৰৱ,
টক্ টক্ ক ৰে জিলিকিব মাথো
দাম্ভিনিৰ বীভৎস পল্লৱ।

■ ■

# সুখী মানুহৰ কবিতা




পৃথিৱীত সুখী মানুহ তাকৰ । সেয়া হ'লেও বস্তুটো দুস্প্ৰাপ্য নহয়।
কিছুমানে ক'য় টকা, কিন্তু টকাই সকলো সময়তে কথা ক'ব নোৱাৰে।
ডুবাইত টকা আছে, ডুবাই সুখী নেকি?

সুখ বিচাৰি যিসকলে প্ৰাৰ্থনা ঘৰলৈ যায় তেওঁলোক সুখী হোৱাৰ যোগ্য নহয়। ঈশ্বৰ নামৰ ধাৰণা এটাই মানুহক সুখী নকৰে । বিশ্বাস বিশ্বাসেই , সুখ নহয়। বুদ্ধ কোনো কালেই সুখী নাছিল। কাৰণ তেওঁৰ মনত প্ৰশ্ন আছিল । সেই প্ৰশ্নৰ উত্তৰ তেওঁ পালেনে ? (ত্ৰিপিটক খোলক)

কিন্তু যি দুই চাৰিজন সুখী মানুহ পথিৱীত বৰ্তি আছে, তেওঁলোকৰ মতে সুখ এটা ধাৰণা আৰু ই আপেক্ষিক । উদ্যমী মানুহবোৰ সুখী হ'ব যদিহে তেওঁলোকৰ কৰ্মসন্তুষ্টি থাকে। এইটো এটা সমাধান।

সমস্যাটো হ'ল উদ্যমী মানুহবোৰ কাচিৎহে সন্তুষ্ট হয়।

*সংগ্ৰহ,* *উৎপল দত্ত*
স্নাতক দ্বিতীয় বৰ্ষ।

# অসমীয়া নাট্য সাহিত্যলৈ জ্যোতিপ্ৰসাদৰ অৱদান

*ৰেণু দেৱী,* এম,এ
জ্যেষ্ঠ প্ৰবক্তা, অসমীয়া বিভাগ।

একেধাৰে কবি, গীতিকাৰ, সুৰকাৰ, শিল্পী, চিন্তাশীল প্ৰবন্ধকাৰ, বিপ্লৱী, নাট্যকাৰ আৰু প্ৰথম অসমীয়া বোলছবি নিৰ্মাতা হলেও জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে নাট্যশিল্পী হিচাবে সাম্প্ৰতিক অসমীয়া নাট্য সাহিত্য জগতত এক অবিসংবাদী স্থান অধিকাৰ কৰি আহিছে।

অসমীয়া নাট্য সাহিত্য বুলি কওঁতে আমাৰ আলোচনা সাম্প্ৰতিক অসমীয়া নাট্য সাহিত্যৰ ওপৰতে সীমাবদ্ধ ৰাখিম। যিহেতু অঙ্কীয়া নাট্য শৈলীৰে অসমীয়া নাটকৰ পাতনি মেলা শ্ৰীমন্ত শংকৰদেৱ আৰু তেওঁৰ পৰবৰ্ত্তী নাট্যকাৰ সকলৰ নাটকৰ লগত সাম্প্ৰতিক কাল্পনিক ৰোমাণ্টিক আৰু বাস্তবধৰ্মী নাটকৰ যথেষ্ঠ পাৰ্থক্য পৰিলক্ষিত হয়।

আধুনিক অসমীয়া নাট্য সাহিত্যক কেইবাটাও স্তৰত ভাগ কৰা দেখা যায়। সমাজ সংস্কাৰমুলক, পৌৰাণিক আৰু ঐতিহাসিক কাহিনীৰ আলমত ৰচনা কৰা আৰু তাৰ পিছত পাৰিবাৰিক তথা সামাজিক সমস্যালৈ নাটক ৰচনা কৰা হৈছিল। এই তিনি শ্ৰেণী নাটকৰ অৰ্ন্তভুক্ত কৰিব নোৱাৰা নাট্যকাৰৰ কল্পনাপ্ৰসূত কাহিনীযুক্ত, এক প্ৰকাৰ ৰোমাণ্টিকধৰ্মী নাটক ৰচনা কৰা দেখা গৈছিল। এনে কাল্পনিক নাটকক প্ৰধানকৈ দুটা ভাগত ভগোৱা হয়। ভাৱ বা তত্বপ্ৰধান আৰু ঘটনা বা ক্ৰিয়াপ্ৰধান ।এই ভাৱ বা তত্ব প্ৰধান নাটককো আকৌ প্ৰতীকধৰ্মী (SYMBOLICAL) আৰু ৰূপকধৰ্মী (ALLEGORICAL) ভাগত ভাগ কৰা দেখা যায়।

মাত্ৰ চৈধ্য বছৰ বয়সতে পৌৰাণিক কাহিনীৰ আলমত ৰচনা কৰা "শোণিতকুঁৱৰী" নাটক ৰচনাৰে পাতনি মেলা জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাট্য প্ৰতিভা কেউখন নাটতে পৰিস্ফুট হৈ উঠিছে। সাহিত্যাচাৰ্য্য ড° সতেন্দ্ৰ নাথ শৰ্মাৰ ভাষাত 'জ্যোতি প্ৰসাদৰ কুমলীয়া বয়সৰ স্ফুটনোন্মুখ প্ৰতিভাই শোণিত কুঁৱৰীৰ অতি প্ৰাকৃতিক পৰিবেশৰ মাজেদি পাতনি মেলিলে। ডেকা বয়সৰ সুস্থ - সবল ৰঙীন কল্পনা যোগেদি "কাৰেঙৰ লিগিৰীত" তেওঁৰ প্ৰতিভাই পূৰ্ণতা পালে আৰু ভাটি বয়সৰ "লভিতাত" সেই প্ৰতিভাই ৰঙীন কল্পলোকৰ পৰা নামি আহি ধূলি - ধুসৰিত বাস্তৱক আকোৱালি ললে।"

## শোণিত কুঁৱৰী ঃ

জ্যেতিপ্ৰসাদে পৌৰাণিক কাহিনীৰ আধাৰত উষা পৰিণয়ৰ আখ্যান ভাগকে "শোণিতকুঁৱৰী" নাটৰ বিষয়বস্তু হিচাপে গ্ৰহণ কৰিছিল। হৰিবংশ আৰু শ্ৰীমন্ত্ৰ ভাগৱত পুৰাণত এই কাহিনী থাকিলেও অনন্ত কন্দলীয়ে ৰচনা কৰা "কুমৰ হৰণ" কাব্যৰ আলমলৈ কাহিনীভাগ ৰচনা কৰিছিল।

পৌৰাণিক এটি সৰ্ব্বজন বিদিত কাহিনীৰে ৰচনা কৰা "শোণিতকুঁৱৰী" ৰচনাত নাট্যকাৰৰ মৌলিক প্ৰতিভা দেখুৱাৰ সুযোগ বৰ কম যদিও ইয়াত জ্যোতিপ্ৰসাদে উষা - অনিৰুদ্ধৰ প্ৰেম কাহিনীৰ ওপৰতহে বিশেষ গুৰুত্ব আৰোপ কৰিছে। নাট্যকাৰে উষা - অনিৰুদ্ধৰ কাহিনীভাগ ফুটাই তোলোতে য'তে সুৰুঙা পাইছে তাতেই সুযোগ গ্ৰহণ কৰিছে আৰু চৰিত্ৰ সৃষ্টিত বা কাহিনী ভাগত কিছু নতুনত্ব দেখুৱাইছে। পৌৰাণিক কাহিনীৰ দৰে বাণ ৰজা চৰিত্ৰক গাম্ভীৰ্য্য দিবলৈ চেষ্টা কৰা নাই । নাইবা হৰিহৰৰ যুদ্ধৰ ওপৰতো প্ৰাধান্য দিয়া নাই । কাহিনীৰ প্ৰয়োজনত উষা - অনিৰুদ্ধৰ লগতে উষাৰ সখীয়েক চিত্ৰলেখাৰ ওপৰত গুৰুত্ব প্ৰদান কৰিলেও শেষৰ ফালে চিত্ৰলেখাৰ গুৰুত্ব কমি আহিছে। পৌৰাণিক নাটকৰ বিশেষ পৰিবেশ সৃষ্টিৰ বাবে জ্যোতি প্ৰসাদে পদ্য ধৰ্মী আৰু গদ্য ধৰ্মী দুয়োবিধ সংলাপেই ব্যৱহাৰ কৰিছে।

শোণিতকুঁৱৰী নাটকৰ যোগেদিয়েই জ্যোতিপ্ৰসাদে নাটকৰ প্ৰত্যেক দৃশ্যত উপযুক্ত পটভূমি সৰ্ম্পৰ্কে আৰু চৰিত্ৰ

ামূহৰ সাজ সজ্জাৰ নিৰ্দ্দেশ দিছে। ইয়াৰ আগতে কোনো াট্যকাৰে মঞ্চসজ্জাৰ (SETTING) ওপৰত গুৰুত্ব আৰোপ কৰা নাছিল। দ্বিতীয়তে, এই নাটকৰ যোগেদিয়েই জ্যোতিপ্ৰসাদে অসমীয়া লোকগীত আৰু সুৰক ৰঙ্গমঞ্চত প্ৰতিষ্ঠা কৰে। নাটকৰ ৰস আস্বাদনত গীত আৰু নৃত্যৰো য়ে উল্লেখযোগ্য অৱদান থাকিব পাৰে সেইটো প্ৰদৰ্শন কৰে। আনহাতে চিত্ৰলেখাৰ জৰিয়তে প্ৰকাশ কৰা "পদুমকলি" নৃত্যটো ব্যঞ্জনাত্মক (SUGGESTIVE), উষাৰ উঠি অহা যৌৱনৰ প্ৰতীক বা ইঙ্গিত হিচাবে এই নৃত্যটো উপস্থাপন কৰা হৈছে।

## কাৰেঙৰ লিগিৰী ঃ

জ্যোতিপ্ৰসাদ আগৰৱালাই ৰচনা কৰা দ্বিতীয় নাটক "কাৰেঙৰ লিগিৰী" অসমীয়া সাহিত্যৰ ভিতৰতে এখন শ্ৰেষ্ঠ নাটক বুলি কব পাৰি। সমাজ আৰু ব্যক্তিৰ মাজৰ যি সংঘৰ্ষ প্ৰাচীন ৰীতি-নীতি, সংস্কাৰ আৰু নতুন ধ্যান ধাৰণা আৰু আদৰ্শৰ মাজৰ বিৰোধে কেনেকৈ মানৱৰ অগ্ৰগতিত বাধা দি জীৱন বিষময় কৰি তোলে তাকে নাটকত দেখুৱা হৈছে। ইয়াৰ আগতে সমাজৰ কোনো সমস্যা এনে নাটকীয় ৰূপত আলোচিত হোৱা নাছিল। নাট্যকলা প্ৰয়োগতো এই নাটক বাটকটীয়া বুলি ক'ব পাৰি। কাৰেঙৰ লিগিৰীত উপস্থাপন কৰা বিশদ নাটকীয় নিৰ্দ্দেশে পৰিস্থিতি, চৰিত্ৰ আৰু কাৰ্যকলাপ উপলব্ধি কৰাত সহায়ক হৈছে। মধ্যযুগীয় পটভূমিত কাল্পনিক আভিজাত্যসম্পন্ন এটি পৰিয়ালৰ প্ৰতিচ্ছবি দাঙি ধৰিবলৈ নাট্যকাৰে প্ৰয়োজনীয়তা আৰু ঔচিত্যলৈ লক্ষ্য ৰাখি সংলাপ আৰু দৃশ্য সংযোগ কৰিছে।

কাৰেঙৰ লিগিৰীৰ নায়ক সুন্দৰ কোঁৱৰ ৰূপ আৰু গুণৰ অতুলনীয় অধিকাৰী ৰাজপুৰুষ। তেওঁ শাস্ত্ৰজ্ঞ আৰু আদৰ্শবাদী. আনহাতে নাৰী বিদ্বেষী। সমাজ - ৰাজমাওৰ আদেশ মানি কাঞ্চনকুমাৰীক বিয়া কৰালেও তেওঁৰ (কাঞ্চনকুমাৰীৰ)পূৰ্ব্বৰ প্ৰেমৰ কথা গম পাই পূৰ্ব্বৰ প্ৰেমিক অনঙ্গৰামৰ লগত লগ লগাবলৈ চেষ্টা কৰিলে। কাৰেঙৰ লিগিৰী শেৱালীৰ মৃত্যুৰ পিছতহে কোঁৱৰৰ প্ৰতি থকা তাইৰ প্ৰেম উপলব্ধি কৰিব পাৰিলে। এই নাটকত ছেক্সপিয়েৰৰ নাটকৰ মূৰ্খ আৰু বহুৱা চৰিত্ৰৰ আৰ্হিত বপুৰাককাইৰ সৃষ্টি কৰিছে। বাহিৰত সি সহজ - সৰল ভিতৰি ভিতৰি নোমটেঙৰ। এনে চৰিত্ৰ সংস্কৃত (প্ৰাচীন) নাটকৰ বিদুষকৰ দৰে। সি নায়কৰ লিগিৰা আৰু লগৰীয়াও, এই নাটকত জ্যোতিপ্ৰসাদৰ ভাষাই শক্তিমত্তাৰ পৰিচয় দিছে। "কাৰেঙৰ লিগিৰী" নাটকখনৰ সংলাপ এক অন্যতম আকৰ্ষণ।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ হাততে নাট্যধৰ্মী সংলাপে অভিনৱত্ব লাভ কৰে। চৰিত্ৰক প্ৰকৃতভাৱে প্ৰকাশ কৰাত আৰু নাটকীয় কাব্য আৰু কাহিনী আগবঢ়াই নিয়াত সংলাপে প্ৰত্যক্ষভাৱে সহায় কৰে। "কাৰেঙৰ লিগিৰী" নাটকৰ সংলাপ ৰচনাৰ মাজেদি জ্যোতিপ্ৰসাদৰ কৃতিত্ব ফুটি উঠিছে উদাহৰণ স্বৰূপে,

"*কাঞ্চনমতী ঃ* মোক মাত্ৰ সমাজৰ সন্তুষ্টিৰ বাবেহে বিবাহ কৰাইছিল আৰু ভালকৈ জানিছিল - আপোনাৰ মাতৃ আৰু সমাজে আমাৰ শাৰীৰিক মিলন বিচাৰিছিল আপুনি তাত মত দিয়া নাছিলনে?

*সুন্দৰ ঃ* কিন্তু তোমাৰ মন যে আনক—

কাঞ্চনমতী ঃ তাৰ সতে আপোনাৰ সম্বন্ধ কি?মাতৃৰ অনুৰোধত আপুনি মাত্ৰ শৰীৰটো বিবাহ কোঠালৈ পঠাই। আন পক্ষৰ মনকো তাত বিচৰাটো যুক্তিযুক্ত কথা হৈছেনে?

আকৌ ভবিষ্যত ঘটনাৰ আভাস যেন চৰিত্ৰৰ মুখত দিয়া সংলাপৰ মাজেদি ফুটি উঠিছে।

"*অনঙ্গ ঃ* যি ৰথৰ বাঘজৰী ধৰি তুমি নিৰ্ম্মম ভাবেৰে আমাৰ ওপৰেদি ৰথ চলাই লোহাৰ চকৰিৰে আমাক নিস্পেষিত কৰি গ'লা, এদিন তুমিও নিজেই তোমাৰ এই নিজৰ ৰথৰে চকাৰ তলত পৰি নিস্পেষিত হ'বা।"

## ৰূপালীম ঃ

জ্যোতিপ্ৰসাদ আগৰৱালা বিৰচিত তৃতীয়খন নাটক "ৰূপালীম"তো তেওঁৰ কল্পনাপ্ৰৱণ ৰোমাণ্টিক দৃষ্টি ভংগীৰ সুন্দৰ প্ৰকাশ ঘটিছে। পূব সীমান্তৰ সুসভ্য পৰ্বতীয়া বৌদ্ধ জনজাতীয় সমাজৰ অনুৰূপ কাল্পনিক সমাজ এখনৰ কাহিনী ইয়াত দাঙি ধৰা হৈছে।

এই নাটকত মৰিচ মেটাৰলিঙ্ক মন্নাভান্নাৰ নাটৰ কিছু প্ৰভাৱ পৰিছে বুলি জ্যোতিপ্ৰসাদে পাতনিত উল্লেখ কৰিছে। কাহিনীভাগৰ পৰিবৰ্তন ঘটাই নতুন পৰিবেশত "ৰূপালীম"

নাটকত তেওঁ দাঙি ধৰিছে।

ৰূপালীম নাটকৰ এটা বিশেষত্ব হৈছে সাতোটা অঙ্কত বিভক্ত, কিন্তু অঙ্কৰ মাজৰ দৃশ্য বিভাজন নাই। নাটক খনত আখ্যান ভাগৰ বিশেষ গুৰুত্ব নাই। নাট্যকাৰে চৰিত্ৰগত বৈচিত্ৰ প্ৰদৰ্শন কৰিবৰ বাবে পটভূমিৰ বাবে পৰ্ব্বতৰ মাজৰ ঠাইকে বাচি লৈছে। প্ৰধান চৰিত্ৰ ৰূপালীম, মণিমুগ্ধ, মায়াব, ইতিভেন আদি স্বকীয় বৈশিষ্ট্যৰে উজ্জ্বল হৈ উঠিছে। মণিমুগ্ধৰ আবেগপ্ৰৱণ কল্পনাবিলাসী মনে ৰূপালীমৰ ৰূপত বিভোৰ হৈ দিশহাৰা হৈ পৰিছে। এহাতে বাকদত্তা ইতিভেন আনহাতে ৰূপালীমৰ সৰলতা আৰু ত্যাগৰ মহিমা। এই নাটকখনৰ সংলাপ শক্তিশালী কিন্তু মাজে মাজে কাব্যধৰ্মী হৈ পৰিছে। ৰূপালীম অসমীয়া নাট্য সাহিত্যৰ এক অনুপম সৃষ্টি বুলিব পাৰি।

### লভিতাঃ

"লভিতা" নাটকত অসমীয়া সাধাৰণ গাঁৱলীয়া ছোৱালীৰ চৰিত্ৰবলৰ নিদৰ্শন দাঙি ধৰিছে। সুপ্তশক্তি মনৰ দৃঢ়তা কেনেদৰে প্ৰয়োজন অনুসৰি সাধাৰণ ছোৱালীয়েও দেখুৱাব পাৰে লভিতাত তাক সুন্দৰ ভাবে ফুটি উঠিছে। গতানুগতিক ভাবে অন্যান্য নাটকত থকাৰ দৰে ইয়াত এটা সুসংবদ্ধ কাহিনী আৰু নায়ক - নায়িকা নাই। কিন্তু লভিতা চৰিত্ৰক কেন্দ্ৰ কৰিয়েই নাটকখনৰ ঘটনাক্ৰম আগবাঢ়িছে। জ্যোতিপ্ৰসাদৰ অন্যান্য নাটকৰ বিপৰীতে ইয়াৰ চৰিত্ৰ ঘটনা আৰু সংলাপ বাস্তৱমুখী।

লভিতাই নিজ দেশক ভাল পাইছিল । সেয়েহে লভিতাই নাৰ্চ হবলৈ যাওঁতে অসমী আইৰ মাটিৰে কপালত এটা ফোঁট দিবলৈ আৰু মৰিবৰ সময়ত অসমৰ সু ৱদী সুৰীয়া গীত গাবলৈ কৈছে। এই নাটকৰ শেষৰ ফালে আগৰৱালাদেৱে পৰিস্থিতি আৰু পৰিবেশ সৃষ্টিৰ বাবে চিনেমাৰ কৌশল প্ৰয়োগ কৰি শব্দ তৰংগ (SOUND EFFECT) আৰু মৃত্যুৰ সময়ত নাট্য নিৰ্দেশনা দিছে।

### অন্যান্য নাটক ঃ

ইয়াৰ বাহিৰেও জ্যোতিপ্ৰসাদে নিমাতী কন্যা, সোণ পখিলী আৰু খনিকৰ নামৰ তিনিখন নাটক লিখিছিল। সোণ পখিলী কাব্যনাটিকাখন অসম্পূৰ্ণ হৈ ৰল। ৰূপকধৰ্মী এই নাটকখন শিশুৱে অভিনয় কৰিব পৰাকৈ ৰচনা কৰিছিল। সোণপখিলী সৌন্দৰ্য্য আৰু আনন্দৰ প্ৰতীক । এই নাটকৰ চৰিত্ৰবোৰৰ নাম প্ৰতীকধৰ্মী । যেনে কবিতা কুমাৰ, চিন্তা কুমাৰ আৰু সুকুমাৰ কলাৰ যোগেদি মানুহে চৰম সুখ আৰু আনন্দ লাভ কৰিব পাৰে বুলি এই নাটকত দেখুৱাইছিল।

নিমাতি কন্যা কলা লক্ষীৰ প্ৰতীক বুলি নাট্যকাৰে পাতনিত উল্লেখ কৰিছে। "মানৱজাতিৰ সভ্যতাৰ অধিষ্ঠাত্ৰী হৈছে কলালক্ষী । পৃথিৱীত আজি সকলোৱেই নানা কলা সাধনাৰে এই কলালক্ষীৰ হাঁহি আৰু গান উলিয়াব পৰা নাই। " যিদিনাই ৰূপকোঁৱৰৰ হাতত পৃথিৱীৰ শাসনৰ ভাৰ পৰিব তেতিয়াহে পৃথিৱীত শান্তি প্ৰতিষ্ঠা হব।" নাট্যকাৰে নিমাতীৰ মাত উলিয়াবলৈ অহা ৰূপকোঁৱৰক "জ্যোতিৰ দেশৰ" পৰা অহা আৰু কাৰেঙক "জোনাকী কাৰেং"বুলি অভিহিত কৰিছে। "জ্যোতি" আৰু "জোনাকী" দুয়োটা নামেই ব্যঞ্জনাধৰ্মী । যি কলা সাধনাই বহুজনৰ হিত সাধিব পাৰে আৰু বহুজনক আনন্দ দিব পাৰে। তেনে কলা সাধনাইহে নিমাতীৰ কণ্ঠত স্বৰ দিব পাৰে । পাণ্ডিত্যৰ অভিমান, ধনৰ গৰ্ব আৰু ৰূপৰ ভেম কলালক্ষী সাধনাত অসাৰ্থক হৈ পৰে।

"খনিকৰ" নাটকত কবিসুলভ কাব্যিকতা আৰু আবেগক বিশেষ স্থান দিয়া নাই। এই নাটকৰ নায়ক নবীনে দেউতাক আৰু আত্মীয় স্বজনৰ বাধা নিষেধ উলঙ্ঘা কৰি ভাস্কৰ্য বিদ্যা শিকাৰ প্ৰবল বাসনালৈ জীৱনৰ বাটত আগ বাঢ়িছে। তেওঁ জাহাজত ৰণুৱাৰ কাম কৰি ফ্ৰান্স দেশলৈ গৈ ভাস্কৰ্য বিদ্যাৰ প্ৰশিক্ষণ লৈছেগৈ। আৰু বহু দিন অনাহাৰ অৰ্দ্ধাহাৰ আৰু অপমানত জীৱন কটাই অৱশেষত আন্তৰ্জাতিক স্বীকৃতি লাভ কৰিবলৈ সক্ষম হয়। শিল্প সাধনাতে নিজক উছৰ্গা কৰা এগৰাকী আদৰ্শবাদী শিল্পীৰ প্ৰতিনিধি স্বৰূপ নবীনৰ চৰিত্ৰত সকলো দিশ প্ৰতিফলিত হোৱা নাই । মিঃ ভূঞা চৰিত্ৰৰ যোগেদি চাহাব সজা লোকক ব্যঙ্গ কৰিছে। কিন্তু তেওঁ সৰল, পৰোপকাৰী আৰু খোলা মনৰ মানুহ। তেঁৱেই নবীনক বিলাতলৈ যাবলৈ উৎসাহিত কৰিছিল। এই নাটকৰ কাহিনী ৰচনাত জটিলতা নাই । চৰিত্ৰৰ মানসিক অৰ্ন্তদ্দন্দ্ব আৰু ঘটনা বিকাশ ঘটা নাই। এই নাটকত জ্যোতি প্ৰাসাদৰ নাট্য প্ৰতিভাৰ বিশেষ স্ফুৰণ ঘটা নাই।

### উপসংহাৰ ঃ

এইদৰে সামগ্রিকভাবে জ্যোতিপ্রসাদৰ নাট্যাৱলী বিচাৰ কৰি চালে দেখা যায় যে চৰিত্ৰ বিলাকৰ নাম শ্রুতিমধুৰ আৰু চাৰিত্রিক বৈশিষ্ট্য প্রকাশক তেওঁ স্ত্রী- চৰিত্ৰ অংকনত বিশেষ পাৰদৰ্শিতা দেখুৱাইছে। উষা, চিত্রলেখা আৰু কাঞ্চনকুমাৰী চৰিত্ৰৰ দৃঢ়তা ফুটি উঠিছে। শেৱালী-শেৱালী ফুলৰ দৰেই আলসুৱা কোমল আৰু সৌৰভ যুক্ত ।ৰূপালীমৰ ইতিভেন তেজস্বিনী নাৰী। স্বজাতিৰ মৰ্য্যদা আৰু গৌৰৱ সৰ্ম্পকে সচেতন । কিন্তু হবলগীয়া স্বামী মণিমুগ্ধই অন্য নাৰীৰ প্ৰতি দেখুওৱা দুৰ্বলতা সহজ ভাবে লব পৰা নাই। ঈৰ্ষাত জ্বলিছে। কাঞ্চনকুমাৰীৰ চৰিত্ৰৰ দৃঢ়তা আৰু সংযম অসাধাৰণ ।অন্তৰ ভাঙি চুৰমাৰ হৈ গ'লেও পুৰুষৰ আগত কান্দি কান্দি নিজৰ দুৰ্বলতা প্ৰকাশ কৰা নাই। মানুহৰ জীৱনত নিয়তিৰ প্ৰভাৱ মানি লৈছে। কাৰেঙৰ লিগিৰি নাটকত বৰ্ণনা কৰা ৰাজকাৰেঙৰ শোৱনি কোঠা, সোণ খটোৱা চালপিৰা, ৰূপৰ দাপোন, ৰূপৰ শৰাই, কলডিলৰ বৰজাপি, বৰপীৰা, ফুল কটা বস্তুৰ বৰ্ণনা, মূৰৰ পাগ আদি অসমীয়া সমাজৰ পৰাই গ্ৰহণ কৰিছে। ইয়াৰ কাহিনীভাগ আহোম ৰাজকাৰেঙৰ কাহিনী নহয় যদিও সম্বোধন ধৰা শব্দ কিছুমান অসমীয়া প্ৰতিশব্দ হিচাবে ব্যৱহাৰ কৰিছে।

অকালতে মৃত্যুক সাৱটি লব লগা নোহোৱা হলে আগৰৱালাদেৱে পৰিকল্পনা কৰা আৰু কেইবাখনো অনিন্দ্য সুন্দৰ নাট আগবঢ়াবলৈ সক্ষম হলহেতেন। যদিও এই কেইখন নাটৰ মাজেদি জ্যোতিপ্ৰসাদে তেওঁৰ অসাধাৰণ নাট্য প্ৰতিভাৰে অসমীয়া নাট্য সাহিত্যলৈ অনবদ্য অৱদান আগবঢ়াই যাবলৈ সক্ষম হৈছে।

***************

*যিবোৰ মানুহে কামত একো নকৰি কেৱল কথা হে কয় সেইবোৰ মানুহেই সকলোধৰণৰ আদৰ্শবাদিতাক হত্যা কৰে।*
— হাবৰ্ট হোভাৰ।

*আদৰ্শ যদি অম্লান হয়, আত্মা যদি ভয়হীন হয় তেন্তে ব্যৰ্থতা আহিবই নোৱাৰে।*
— হেম বৰুৱা।

*আমাক ভাল মানুহ লাগে। ভাল আইন আদালতৰ আৱশ্যক নাই।*
— প্ৰবাদ।

*মুক্ত হোৱা আৰু অন্য কাৰো ওচৰত আশা নকৰিবা। মই নিশ্চিতভাৱে কব পাৰো তোমালোকে যদি তোমালোকৰ অতীত স্মৰণ কৰা তেন্তে দেখিবা অন্যৰ ওচৰত সহায় পাবলৈ বৃথা চেষ্টা কৰিছিলা — কাহানিও একো পোৱা নাই। যি সহায় পাইছা, সকলো নিজৰ ভিতৰৰ পৰা। যি কাম কৰিছা তাৰ ফল পাইছা। অথচ কি আশ্চৰ্য্য। সকলো সময়ত তুমি আনৰ সহায় প্ৰাৰ্থনা কৰিছা।*
— স্বামী বিবেকানন্দ।

*যিজনে পৰৰ উপকাৰৰ বাবে বৃক্ষৰোপণ কৰে তেওঁ ভগৱানৰ পৰম আৰ্শীবাদ পায়।*
— গৌতম বুদ্ধ।

# বাণিজ্য শিক্ষা বনাম কম্পিউটাৰ

ৰাতুল শৰ্মা
প্ৰবক্তা , হিচাপবিদ্যা বিভাগ

কুৰি শতিকাৰ বিজ্ঞানৰ অন্যতম অৱদান কম্পিউটাৰ। বৰ্ত্তমান পৃথিৱীৰ উন্নত তথা অনুন্নত প্ৰায় সকলো দেশতেই বহুলভাৱে ব্যৱহৃত এই কম্পিউটাৰ এটি ইলেক্ট্ৰনিক যন্ত্ৰ। এই যন্ত্ৰৰ সহায়ত বিভিন্ন ক্ষেত্ৰৰ বিশেষ বিশেষ বিষয়ৰ সমস্যাসমূহৰ তথ্যসমূহ পুংখানুপুংখভাৱে বিশ্লেষণ কৰি অতি কম সময়ৰ ভিতৰত শুদ্ধকৈ সমাধান বা ফলাফল নিৰ্ণয় কৰিব পাৰি।

কম্পিউটাৰৰ সহায়ত যিকোনো এটা বিষয়ৰ ফলাফল নিৰ্ণয় কৰিবলগীয়া হলে প্ৰথমে সংশ্লিষ্ট বিষয়টোৰ তথ্যসমূহ শুদ্ধকৈ কম্পিউটাৰৰ নিজস্ব ভাষাৰে গ্ৰহণ কৰিব পৰাকৈ যোগান ধৰিব লাগে। যিহেতু কম্পিউটাৰৰ কেন্দ্ৰীয় বিভাগটো (CPU, CENTRAL PROCESSING UNIT) বিশেষ কোম্পানীয়ে প্ৰস্তুত কৰা বিশেষ ভাষাৰ কেতবোৰ সংকেতৰ দ্বাৰা নিযন্ত্ৰিত হয়, গতিকে ইয়াত অৰ্ন্তভুক্ত তথ্যসমূহ সেইবোৰ সংকেতলৈ পৰিবৰ্ত্তিত কৰা হয়। এইটোকে কম্পিউটাৰৰ ভাষা (COMPUTER LANGUAGE) বোলা হয়। কম্পিউটাৰত যোগান ধৰা প্ৰাথমিক তথ্যসমূহ (INPUT DATA) কম্পিউটাৰৰ মগজুত জমা (MU = MEMORY UNIT ) কৰা হয়। জমা হোৱা এই তথ্যসমূহ প্ৰয়োজন সাপেক্ষে কাৰ্য্যকৰী কৰি কেন্দ্ৰীয় গোটৰ গাণিতিক যুক্তিৰে বিশ্লেষণ কৰি নিৰ্দ্দিষ্ট প্ৰণালীবদ্ধ আৰু ধাৰাবাহিক নিদেশাৱলীৰ দ্বাৰা (PROGRAMMING) ফলাফল (OUTPUT) উলিয়াই দিয়া হয়। শেষত কম্পিউটাৰৰ লগত সংলগ্ন প্ৰিন্টাৰৰ সহায়ত ছপা কৰি ব্যৱহাৰৰ উপযোগী কৰা হয়।

## বাণিজ্য শিক্ষাত কম্পিউটাৰৰ ব্যৱহাৰ ঃ—

*(ক) কম্পিউটাৰ আৰু হিচাপ বিদ্যা* — বাণিজ্য শিক্ষা তথা ব্যৱসায়ত কম্পিউটাৰৰ ব্যৱহাৰ কুৰি শতিকাৰ পঞ্চাশৰ দশকৰ পৰাই আৰম্ভ হোৱা দেখা যায়। আধুনিক কালৰ এজনীয়া ব্যৱসায় (SOLE TRADER) ৰ পৰা আৰম্ভ কৰি অংশীদাৰী ব্যৱসায় (PARTNERSHIP) কোম্পানী তথা সৰু ডাঙৰ প্ৰায় বিলাক ব্যৱসায় বিভিন্ন তথ্যৰ বাবে কম্পিউটাৰৰ ওপৰত নিৰ্ভৰশীল । ব্যৱসায়ৰ গুৰুত্বপূৰ্ণ বিষয় যেনে দৰমহা বিন্যাস (PAY ROLL ), হিচাপ সংৰক্ষণ (ACCOUNTS), চালান (INVOICING ), ষ্টক নিয়ন্ত্ৰণ (STOCK CONTROL ), বিক্ৰী বিশ্লেষণ (SALES ANALYSIS), বিত্তীয় প্ৰকৃতিৰ পূৰ্বানুমান (FINANCIAL FOR CASTING) ইত্যাদিত কম্পিউটাৰৰ ব্যৱহাৰ অপৰিহাৰ্য্য।

প্ৰত্যেক ব্যৱসায় সংগঠনে নিজৰ বিত্তীয় বৰ্ষত



বিজ্ঞানসন্মত ও শুদ্ধভাৱে লাভ লোকচানৰ হিচাপ আৰু উদ্বৃত (TRADING, PROFIT AND LOSS AND BALANCE SHEET) প্ৰস্তুত কৰিব লাগে। হিচাপকৰণ (ACCOUNTING) ৰ পৰ্য্যায় সমূহ ওপৰত দেখুৱা ধৰণেৰে সম্পন্ন কৰা হয়।

গাণনিকে কম্পিউটাৰৰ সহায়ত ওপৰোক্ত কাৰ্য্যসমূহ সম্পাদন কৰিলে তথ্যসমূহৰ ফলাফল শুদ্ধ আৰু ক্ষিপ্ৰতাৰে পাব পাৰে। দ্বিতীয়তে তথ্যসমূহ নষ্ট হোৱা বা হেৰাই যোৱাৰ ভয় নাথাকে। হিচাপৰ লেনদেনসমূহ এবাৰ কম্পিউটাৰত অন্তভুক্তি কৰাৰ পিছত কম্পিউটাৰৰ মগজুত জমা থাকে আৰু খতিয়ানৰ পৰা মিলন বিবিত্তৃলৈকে ই নিজে কাৰ্য্য সম্পাদন কৰে। গাণনিকে কম্পিউটাৰৰ বুটাম টিপিলেই মিলন বিবিত্ত্ব কম্পিউটাৰৰ পৰ্দাত ভাঁহি উঠিব। মিলন বিবিত্ত্বয়ে ব্যৱসায়ৰ গাণিতিক শুদ্ধতা প্ৰমাণ কৰাৰ উপৰিও ব্যৱসায়ৰ লাভ লোকচানৰ হিচাপ আৰু উদ্বৃত পত্ৰ প্ৰস্তুত কৰাত সহায় কৰে।

হিচাপৰ লগত জড়িত কিছুমান গুৰুত্বপূৰ্ণ তথ্য যেনে বিত্তীয় বছৰৰ মুঠ বিক্ৰী আৰু মুঠ ক্ৰয় (TOTAL SALES AND TOTAL PURCHASES ), বাকীত ক্ৰয় আৰু বাকীত বিক্ৰী (CREDIT PURCHASE AND CREDIT SALES), মুঠ দেনাদাৰ আৰু মুঠ পাওঁনাদাৰ (TOTAL DEBETORS AND TOTAL CREDITORS) ,ক্ৰয় ফিৰৎ আৰু বিক্ৰয় ফিৰৎ (PURCHASE RETURN AND SALES RETURN ), ৰোকৰ বহীৰ নগদ জমা আৰু বেংকৰ জমা (CASH AND BANK BALANCE OF THE CASH BOOK ), পাবলগীয়া বা দিবলগীয়া বিলৰ টকা (BILLS RECIEVABLE AND BILLS PAYABLE আদিৰ বাবে পৃথকে পৃথকে সহায়ক বহী (SUBSIDIARY BOOK) প্ৰস্তুত নকৰি কম্পিউটাৰৰ 'DATA BASE PROGRAMME ৰ সহায়ত প্ৰত্যেকৰ CODE NO সহ ফাইল খুলি ৰাখিব পাৰি। গাণনিকৰ প্ৰয়োজন অনুসাৰে কম্পিউটাৰৰ CODE NO ৰ বুটাম টিপিলেই উপৰোক্ত জানিবলগীয়া তথ্য কম্পিউটাৰৰ পৰ্দাত ভাঁহি উঠিব।

## *(খ) ব্যৱসায়ত কম্পিউটাৰৰ ON LINE PROGRAMME :*

বিভিন্ন বীমা কোম্পানী, বেংক , ষ্টক একচেঞ্জ আৰু বিভিন্ন বিত্তীয় প্ৰতিষ্ঠানসমূহ প্ৰায় সম্পূৰ্ণৰূপে কম্পিউটাৰৰ ওপৰত নিৰ্ভৰশীল ।এই প্ৰতিষ্ঠানসমূহত কম্পিউটাৰ প্ৰয়োগৰ দ্বাৰা গ্ৰাহক আৰু প্ৰতিষ্ঠান দুয়োপক্ষই লাভৱান হোৱা দেখা যায়। কম্পিউটাৰৰ "ON LINE PROGRAMME" সহায়ত এই প্ৰতিষ্ঠান সমূহৰ বিভিন্ন প্ৰয়োজনীয় তথ্য যেনে গ্ৰাহকৰ বিৱৰণ (CUSTOMER STATEMENT) , চলিত স্থিতি (CURRENT BALANCES), জমা (DIPOSITS), অভাৰড্ৰাফট্ (OVERDRUFT ), সূত (INTEREST), চেয়াৰ আৰু ন্যাসৰ অৱস্থা (SHARES AND TRUSTEES RECORD) আদি শুদ্ধকৈ আৰু তৎকালে পাব পাৰি । ইয়াৰ উপৰিও আন্তৰাষ্ট্ৰীয় বিত্তীয় অনুষ্ঠানসমূহে যেনে আই.এম. এফ. (INTERNATIONAL MONETARY FUND)"ON LINE SERVICE" ৰ সহায়ত বিশ্ব মুদ্ৰা বজাৰৰ পৰা বৈদেশিক মুদ্ৰাৰ বিনিময় মূল্য আদি তথ্য অতি সোনকালে যোগান ধৰিব পাৰে।

## *(গ) বাণিজ্যত E.D.I ৰ ব্যৱহাৰ ঃ*

ব্যৱসায়ত কম্পিউটাৰৰ অন্যতম ব্যৱহৃত কৌশল হ'ল E.D.I (ELECTRONIC DATA INFORMATION) এই কৌশল বিভিন্ন উৎপাদনকাৰী, বেংক, আকাশী যানৰ আসন সংৰক্ষণ (AIR LINE RESERVATION), ষ্টক বিনিময় (STOCK EXCHANGE ), যান সংৰক্ষণ (CAR RESERVATION )ইত্যাদি ব্যৱসায়ত বহুলভাৱে ব্যৱহৃত হৈছে। ইয়াৰ সহায়ত যিকোনো এটা ব্যৱসায়ৰ লগত জড়িত বিভিন্ন ব্যক্তি আৰু অনুষ্ঠানৰ মাজত তথ্যৰ বিনিময় ফেক্স (FAX) সেৱাৰ নিচিনাকৈ কম্পিউটাৰৰ সহায়ত ক্ষিপ্ৰতাৰে পঠাব পাৰি। উদাহৰণস্বৰূপে উৎপাদনকাৰী সংস্থা এটাৰ কেঁচা সামগ্ৰী প্ৰয়োজন হ'লে সংস্থাটোৰ লগত জড়িত যোগানকাৰীলৈ ক্ৰয় নিৰ্দ্দেশ (PURCHASE ORDER ) কম্পিউটাৰৰ E.D.I সেৱাৰ দ্বাৰা পঠাব পাৰি । যিটো সাধাৰণ ডাকযোগে পঠালে বহুত সময় লব ফলত উৎপাদন বন্ধ হোৱাৰ উপক্ৰম হব পাৰে।

যিবিলাক কোম্পানীয়ে উপৰুৱা যন্ত্ৰপাতি (SPARE PARTS ) একত্ৰিত কৰি (ASSEMBLING) দ্ৰব্য উৎপাদন কৰে (যেনে- অটমবাইল ইন্দাষ্ট্ৰিজ) সেই কোম্পানীসমূহে E.D.I সেৱাৰ দ্বাৰা যথেষ্ঠ উপকৃত হয়। E.D.I সেৱাৰ দ্বাৰা




বিভিন্ন ব্যক্তি বা অনুষ্ঠানৰ লগত তথ্য বিনিময়ৰ প্ৰণালী ওপৰত চিত্ৰৰ দ্বাৰা সহজেই ধৰিব পৰা হ'ব।

### (ঘ) কাৰখানা পৰিচালনাত কম্পিউটাৰৰ ব্যৱহাৰ ঃ—

কাৰাখানাসমূহত কেঁচাসামগ্ৰী ক্ৰয় কৰাৰ পৰা সামগ্ৰীসমূহ নষ্ট নোহোৱাকৈ বিজ্ঞানসন্মতভাৱে ৰখা আৰু প্ৰয়োজনমতে উৎপাদন কক্ষলৈ পঠোৱা ইত্যাদি গুৰুত্বপূৰ্ণ কাৰ্য্য কম্পিউটাৰৰ সহায় লৈ নিয়াৰিকৈ সম্পাদন কৰিব পাৰি। কেঁচা সামগ্ৰী আৰু উৎপাদিত দ্ৰব্যসমূহৰ ৰক্ষণ ও নিয়ন্ত্ৰণৰ ক্ষেত্ৰত প্ৰয়োগ কৰা বিভিন্ন আধুনিক কৌশল যেনে ABC ANALYSIS , ECONOMIC ORDER QUANTITY, PERPITUAL INVENTORY SYSTEM আদিত কম্পিউটাৰৰ বহুলভাৱে ব্যৱহৃত হোৱা দেখা যায়। উদাহৰণস্বৰূপে "ABC ANALYSIS "কৌশলত কেঁচা সামগ্ৰীসমূহক "A" (অতি ব্যয়বহুল আৰু কম পৰিমাণ যেনে তৈলক্ষেত্ৰত ব্যৱহৃত ডায়মণ্ড বিট্) 'B' ( কম ব্যয়ৰ আৰু অধিক পৰিমাণ) আৰু 'C'(অতি কমব্যয়ৰ আৰু অত্যধিক পৰিমাণৰ ভাগ কৰি ব্যয় পৰিমাণ আৰু সামগ্ৰীৰ প্ৰকৃতি অনুযায়ী উপযুক্ত সংৰক্ষণ ও নিয়ন্ত্ৰণ কৰা হয়। এই ক্ষেত্ৰত কম্পিউটাৰৰ "DATA BASE PROGRAMME"ৰ ব্যৱহাৰ উল্লেখযোগ্য।

### (ঙ) কম্পিউটাৰ আৰু গ্ৰাহক ঃ—

ব্যৱসায়ত গ্ৰাহক হল ভগৱানস্বৰূপ ।গ্ৰাহকৰ অবিহনে ব্যৱসায় অৰ্থহীন। বিক্ৰী বিভাগে গ্ৰাহকৰ পৰা উপভোগ্য দ্ৰব্যৰ ফৰমাইচ গ্ৰহণ কৰাৰ পৰা আৰম্ভ কৰি উৎপাদিত দ্ৰব্যটিৰ বাবে প্ৰয়োজনীয় কেঁচা সামগ্ৰী ক্ৰয় কৰি দ্ৰবটি গ্ৰাহকৰ হাতত উঠাই দিয়ালৈকে যাৱতীয় কাৰ্য্য বৰ্ত্তমানে কম্পিউটাৰৰ দ্বাৰা সম্পন্ন কৰা হয়। কম্পিউটাৰৰ সহায়ত গ্ৰাহক আৰু ব্যৱসায়ৰ বিভিন্ন বিভাগ ৰ মাজত কেনেকৈ যোগসূত্ৰ স্থাপন কৰিব পৰা যায় তলৰ চিত্ৰৰ দ্বাৰা ধৰিব পৰা হব।

### (চ) কম্পিউটাৰ আৰু এম.আই.এচ (M.I.S)

আজিৰ এই প্ৰতিযোগিতাৰ যুগত ব্যৱসায়ৰ বিক্ৰী পৰিচালনা (SALES MANAGEMENT), কাৰখানা পৰিচালনা ( FACTORY MANAGEMENT )বজাৰ পৰিচালনা (MARKETING MANAGEMENT ), ভৱিষ্যত পৰিকল্পনা (FUTURE PLANING ), বিজ্ঞাপন,




গৱেষণা ও উন্নয়ন (RESEARCH AND DEVELOPMENT) আদি বিভাগৰ সমন্বয় আৰু দক্ষ পৰিচালনাৰ অতি আৱশ্যক। কম্পিউটাৰৰ MANAGEMENT INFORMATION SYSTEM ( M.I.S ) ৰ সহায়ত এই বিভাগসমূহৰ মাজত সমন্বয় ৰক্ষা কৰাটো সহজ হয়। তদুপৰি বিভিন্ন তথ্যসমূহ ব্যৱসায়ৰ লগত জড়িত ব্যক্তি বা অনুষ্ঠানক সঠিক আৰু ক্ষীপ্ৰতাৰে যোগান ধৰিব পাৰি। ইয়াৰ সহায়ত প্ৰস্তুতকাৰী সকলে গুৰুত্বপূৰ্ণ সিদ্ধান্তসমূহ কাৰ্য্যকৰী কৰিব পৰাকৈ তৎকালেই লব পাৰে।

আধুনিক ব্যৱসায়ত কম্পিউটাৰৰ অন্য এটি উল্লেখনীয় আৱিষ্কৃত কৌশল হল ইণ্টাৰনেট্ (INTERNET =INTERNATIONAL NETWORK)। কম্পিউটাৰৰ ইণ্টাৰনেট্ সেৱাৰ সহায়ত দেশী বা বিদেশী বিভিন্ন উদ্যোগ বিলাকৰ মাজত তুলনামুলক অধ্যয়ন কৰিব পৰা হয়। বিশেষকৈ ব্যৱসায়ৰ গৱেষণা ও উন্নয়নৰ ( RESEARCH AND DEVELOPMENT) ক্ষেত্ৰত এই ইণ্টাৰনেট্ সেৱাই উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। তাৰোপৰি ইণ্টাৰনেট সেৱাৰ সহায়ত উদ্যোগসমূহৰ কাৰিকৰী ক্ষেত্ৰত হোৱা বিজুতিৰ জটিল প্ৰশ্নৰ সমাধান সূত্ৰ (যেনে তৈল ক্ষেত্ৰত খনন কাৰ্য্যই হোৱা বিজুতি) পৃথিৱীৰ যিকোনো স্থানত থকা বিশেষজ্ঞৰ পৰা আনিব পাৰি।

******************************

*নিজৰ ওপৰত বিশ্বাস ৰাখিব পাৰিলে পৃথিৱীত ভয় কৰাৰ কোনো কাৰণ নাথাকে। সততা, নিষ্ঠা , প্ৰেম আৰু বিশ্বাসৰ দ্বাৰা সকলো জয় কৰিব পাৰি।*

*——সত্যনাথ বৰা।*

*আত্মশক্তিৰে আত্মৰক্ষা নকৰিলে আন কোনেও আপোনাক ৰক্ষা কৰিব নোৱাৰে।*

*——অম্বিকাগিৰি ৰায়চৌধুৰী।*

# আধুনিক শিক্ষাৰ প্ৰভাৱ

দীপ্তি বৰা
স্নাতক ২য় বৰ্ষ

শিক্ষা গ্ৰহণৰ মূল উদ্দেশ্য হ'ল জ্ঞানলাভ। শিক্ষা জ্ঞানৰ উৎস। কিন্তু এই শিক্ষা আহৰণ কৰিবলৈ সৎ তথা মানৱ প্ৰবৃত্তিৰ লক্ষণ থকাতো অত্যন্তপ্ৰয়োজন। কাৰণ জীৱৰ ভিতৰত মানৱকে শ্ৰেষ্ঠ বুলি কোৱা হয়। বিশেষকৈ বৰ্তমান অৱস্থাত লক্ষ্য কৰিলে দেখা যায় যে আধুনিক সমাজৰ কিছুমান মানুহৰ শিক্ষা আহৰণ কৰাৰ পদ্ধতিতো সম্পূৰ্ণ পৃথক আৰু এই শিক্ষাৰ দ্বাৰা যুৱক যুৱতী আৰু ছাত্ৰ ছাত্ৰী সকলৰ ওপৰত পৰা প্ৰভাৱো সম্পূৰ্ণ ওলোটা। অথাৎ আধুনিক ছাত্ৰ ছাত্ৰীসমূহৰ মাজত প্ৰকৃত শিক্ষিতৰ হাৰ বৃদ্ধি হোৱাৰ সলনি হ্ৰাসহে পাইছে। আনহাতে, আধুনিকতাৰ সুবিধা লাভ কৰি আন এচাম ছাত্ৰ ছাত্ৰীয়ে প্ৰকৃত জ্ঞানৰ দ্বাৰা শিক্ষিত হৈ শিক্ষা প্ৰচাৰ কৰি সমাজখনক উন্নতি কৰিবলৈ চেষ্টা কৰিছে এওঁলোকেই সমাজৰ তথা দেশৰ প্ৰকৃত মানৱৰ চাৰিভাগৰ এভাগৰ মাজত সন্নিবিষ্ট হৈছেগৈ। ফলস্বৰূপে এই শিক্ষাৰ প্ৰভাৱো ভাল হৈছে।

কিন্তু, সকলো ছাত্ৰ ছাত্ৰী যুৱক যুৱতী সমানে কৃতকাৰ্য্য হব পৰা নাই। এচামৰ মাজত যিমানে আধুনিকতাৰ প্ৰভাৱ পৰিল সিমানে তেওঁলোকৰ মাজত প্ৰকৃত শিক্ষা আহৰণ কৰা ছাত্ৰ ছাত্ৰীৰ সংখ্যা কমি আহিল। কাৰণ শিক্ষা আহৰণ কৰি মানুহে জ্ঞানৰ পৰিমাণ বৃদ্ধি কৰি আনৰ হিত, সমাজৰ হিত তথা দেশৰ হিত কৰ্মত লিপ্ত থাকে। কিন্তু আধুনিক যুগৰ শিক্ষা আহৰণ কৰা এইচাম লোকৰ ৰূপেই বেলেগ। ইয়াৰ কাৰণ হল আজিৰ যুগত ছাত্ৰ ছাত্ৰীয়ে শিক্ষা আহৰণ কৰাৰ লগতে শিক্ষাগুৰুক অমান্য কৰি নিজাববীয়াকৈ শিক্ষাও আহৰণ কৰিছে। শিক্ষাৰ যি মূল্য এওলোকে দিব পৰা নাই। শিক্ষাৰ প্ৰভাৱ ছাত্ৰ ছাত্ৰীৰ ওপৰত পৰিব লাগে সেই প্ৰভাৱ পৰা নাই। পৰিছে মাথো আধুনিকতাৰ নামত বাহিৰৰ ভণ্ড শিক্ষা। যাৰ ফলত এইচাম ছাত্ৰ-ছাত্ৰী তথা যুৱক-যুৱতীয়ে গুৰু গোঁসাইক কেনেকুৱা ব্যৱহাৰ কৰিব লাগে নাজানে। দেশৰ তথা ঘৰৰ প্ৰতি থকা কৰ্তব্যৰ কথা পাহৰেই আনকি নিজকে এজন প্ৰকৃত মানৱ ৰূপত প্ৰতিষ্ঠিত কৰিব লাগিব আৰু দেশৰ ধৰণীস্বৰূপ হব লাগিব এইবোৰো পাহৰি যায়।

আধুনিক শিক্ষাৰ প্ৰভাৱত তেওঁলোকে হত্যা, লুণ্ঠন, ডকাইটি, ধৰ্ষণ, মাৰপিট, চিগাৰেট মদ ভাং জুৱা ড্ৰাগছ সেৱন আদি প্ৰায় সকলো ধৰণৰ অসামাজিক তথা অনৈতিক ঘটনাৰ লগত সক্ৰিয়ভাৱে জড়িত হৈ পৰিছে। অন্যহাতেদি এওঁলোকৰ ক্ষেত্ৰত ধৰ্ম তথা সংস্কৃতিৰ কথা উল্লেখ নকৰাই ভালহে কাৰণ আধুনিক শিক্ষাৰ প্ৰভাৱেই যদি ইমান অধঃপতন হয় তেন্তে এই শিক্ষাৰ দ্বাৰা তেওঁলোকে ধৰ্ম আৰু সংস্কৃতিক কেনেদৰে ৰক্ষা কৰিব পাৰিব? আচলতে ধৰ্ম আৰু সংস্কৃতি তেওঁলোকে বুজিয়ে নাপায়। ধৰ্মৰ নামত কলংক সংস্কৃতিৰ নামত দুঃস্কৃতি শিক্ষাৰ নামত বদনাম,এয়াই আধুনিকতাত নিজকে হেৰুৱাই দিয়াসকলৰ পৰিচয়।

ইয়াৰ ওপৰিও আজিৰ যুগৰ এই লোকসকলে ধৰ্মগ্ৰন্থ অধ্যয়ন নকৰে। শংকৰদেৱ, মহাত্মা গান্ধী, বিবেকানন্দ আৰু জ্যোতিপ্ৰসাদৰ আদৰ্শকো অৰ্থহীন কৰি পেলাইছে। এই আধুনিক সকলে শিক্ষাকো টকাৰে জুখিব পৰা হল। সেইবাবে এইবোৰক ত্যাগ কৰি আজিৰ যুগত লাহবিলাহকে উচ্চ আসন দিয়া হৈছে। পিঠি দিয়া হৈছে সেই সনাতন সত্যবোৰলৈ। প্ৰতিটো খোজতে শিক্ষাৰ এনে প্ৰভাৱ পৰিবলৈ হ'লে এইচামৰ বিবেকত প্ৰকৃত শিক্ষাৰ প্ৰভাৱ পৰাই নাই বুলি ক'ব লাগিব। যি কেইজনে আধুনিক শিক্ষাৰ কুটিল পাকচক্ৰত নপৰাকৈ আদৰ্শভ্ৰষ্ট নোহোৱাকৈ নৈতিক সাহসেৰে সাহসী হৈ এচামে জীৱনৰ প্ৰতি এটা ইতিবাচক দৃষ্টিভংগী লৈছে বুলিয়েই পৃথিৱীখনক আজিও থানবান হৈ যোৱা নাই। অন্যহাতেদি, এই সৰহসংখ্যক লোকেই শিক্ষাৰ নামত আহৰণ কৰিবলৈ অহা পৃথিৱী ধবংসকাৰী শিক্ষাই হল আধুনিকতাৰ নামত তেওঁলোকৰ বাবে প্ৰকৃত শিক্ষা। এনে ভণ্ড শিক্ষাৰ প্ৰভাৱে ছাত্ৰ ছাত্ৰী যুৱকসকলে মানৱ সমাজক ধবংসৰ মুখলৈ ঠেলি দিছে। বৰ্তমান বিশ্বৰ এই সংকট গভীৰ অৱস্থা দেখিও নেদেখা শুনিও নুশুনাৰ ভাও দি থাকিলে আন্তঃসাৰশূন্য উপৰুৱা আকৰ্ষণ বা মিছা মৰিচীকাৰ পিছত দৌৰি

ফুৰিলে জীৱনৰ শেষ প্ৰান্তত উপনীত হৈ নিজকে আমি এদিন ৰিক্ত বুলি স্বীকাৰ কৰিব লাগিব।

সেয়েহে ছাত্ৰাৱস্থাৰে পৰা প্ৰকৃত শিক্ষা আহৰণ কৰি নিজকে পূৰ্ণমানৱ ৰূপে গঢ় দি আৰু নৈতিক প্ৰমূল্যবোৰৰ ওপৰত গুৰুত্ব দি ধ্বংসৰ পৰা নিজক তথা সমগ্ৰ বিশ্বকে উদ্ধাৰ কৰিব পাৰিব। অন্যথা প্ৰকৃত শিক্ষাৰ প্ৰভাৱ হ্ৰাস পাব আৰু শিক্ষাৰ মূল্য মানুহে বুজি নোপোৱা হ'ব।

এই ক্ষেত্ৰত পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ দেৱৰ এষাৰি বাক্য উল্লেখ কৰিব পাৰি তেওঁ কৈছিল, "ব্যক্তিগত লাভালাভৰ ওপৰত এটা জাতীয় মৰ্য্যদা আৰু আত্মসন্মান আছে, উপাধিতকৈও ওপৰত এটা চৰিত্ৰৰ গৌৰৱ আছে। ইয়াৰ বাহিৰেও কিছুমান চিৰন্তন সত্য আৰু অশৰীৰী প্ৰমূল্য (Spiritual values) আছে।" যিবিলাক আদৰ্শ একো একোজন ছাত্ৰ ছাত্ৰীয়ে অনুশীলন কৰা জীৱনৰ লক্ষ্য হোৱা উচিত।

::::::::::::::::::::::::::::::::::::::::::::::::::::::::::::::::

*আজিৰ কাম কাইলৈ কৰিম বুলি পেলাই নথবা ; কাৰণ কাইলৈ তোমাৰ অৱস্থা কি হ'ব তুমি নাজানা।*

*— হজৰত মহম্মদ।*

*অন্ধকাৰ যিমানেই গভীৰ নহওক, বিপদ-বিঘিনি যিমানেই নহওক কৰ্মক্ষেত্ৰত কেতিয়াও ভীত নহবা। সকলো সন্দেহ পৰিহাৰ কৰিবা। কোনো কামেই অসাধ্য নহয়।*

*— ঋষি অৰবিন্দ ঘোষ।*

*সংগ্ৰামহীন জীৱন জীৱনেই নহয়। সংগ্ৰাম বা সংঘাতে মানুহক যি মনোবল আৰু প্ৰেৰণা যোগায়সেই প্ৰেৰণাৰে মানুহে অসাধ্যও সাধন কৰে।*

*— নেপোলিয়ন বোনাপাৰ্ট*

*মানুহৰ হাতত অহিংসা শক্তিয়েই সৰ্বশ্ৰেষ্ঠ শক্তি।*

*— মহাত্মা গান্ধী।*

গল্প

# কালৰ বিচাৰ

নীলাঞ্জনা শৰ্মা
*উচ্চতৰ মাধ্যমিক ১ মবৰ্ষ*

"অই নৰেণ, দেখিছনে নাই ? ৰজনীৰ উৎপাত দিনক দিনে বাঢ়ি যাব ধৰিছে। " মিন্তুৱে গম্ভীৰ সুৰেৰে ক'লে

"এৰা পাই, দুখেই লাগে বেচেৰী পুস্পা বাইদেউ আৰু বিমলা জেঠাইলৈ । তেওঁলোক যে তাৰ সৰ্ম্পূৰ্ণ বিপৰীত। তাতে বায়েকক ডাক্তৰলৈ দিবলৈ পাই সি আৰু বেছি অহংকাৰী হৈ পৰিছে।"

এইদৰে কথা পাতি নৰেণ আৰু ৰিন্তুৱে আন দিনাৰ দৰে চেনিৰামৰ চাহৰ দোকানতে বহি আড্ডা মাৰি আছিল। এনেতে সিহঁতৰ বন্ধু জিত আহিল।

" আৰে জিত, আহ আহ। ইয়াতে বহ য়াৰ।" নৰেণে অকণমান আঁতৰি দি ওচৰতে বহিবলৈ জিতক ঠাই অলপ উলিয়াই দিলে।

"অই, কালি কি হ'ল তঁহতে জান নে নেজান?" জিতে সুধিলে।

"তেনেকৈ একো শুনা নাই, কি হ'লনো কচোন, ভাই?" নৰেণে জিতলৈ চাই সুধিলে।

জিতে সিহঁতক কবলৈ ধৰিলে,"কালি সত্য ককাইটি ৰজনীৰ ওচৰলৈ গৈছিল কেইটা মান টকা বিচাৰি। জীয়েকৰ হেনো জ্বৰ । একেবাৰে যোৱা-থোৱা অৱস্থা।"

"ৰজনীয়ে পিছে টকা দিলেনে নাই ?" মিন্তুৱে সুধিলে। "সত্য ককাইটিয়ে টকা দিবলৈ অনুৰোধ কৰি তাৰ ভৰিত পৰাত ৰজনীয়ে গোৰ মাৰি মাটিত বগৰাই পেলালে," ক্ষোভ-বেজাৰেৰে জিতে ক'লে।

ঘটনাটো শুনি মিন্তু আৰু স্থিৰেৰে থাকিব নোৱাৰিলে। "কি কলি ? সত্য ককাইটিক সি এনেকৈ অপমান কৰিলে। তাক মই সুদাই নেৰো।"

"ৰ' চোন ৰ'। ইমান অধৈৰ্য্য হৈছ কেলৈ?" জিতে শান্ত্বনাৰ সুৰত ক'লে।

"অধৈৰ্য্য হৈছো কেলৈ মানে ? আমাৰ সত্য ককাইটিক সি অপমান কৰিব আৰু কি আমি হাত সাৱটি চাই থাকিম !"

" চা য়াৰ , তই যি দৰে কথাটো সহজ ভাবে লব পৰা নাই, সেইদৰে ময়ো লব পৰা নাই। কিন্তু কি কৰিবি ক'? আমি তাৰ তলতীয়া কৰ্মচাৰী। তাৰ লগত লাগিবলৈ গ'লে ৰঙা ঘৰৰ ভাত খাব লাগিব। তেতিয়া আমাৰ আই -বোপাই , ভাই -ভনীক কোনে চাব তয়ে ক'চোন? " ইফালে মিন্তু চিন্তাত বিভোৰ হৈ পৰিছে । জিতে তাৰ কান্ধত ধৰি মৃদুকৈ জোকাৰি দিয়াতহে সম্বিত ঘূৰাই পালে। তেতিয়া তাৰ চকুত দুটোপাল লোতক। খোলাকৈ একো নক'লেও তাৰ এনে লাগিল যেন আনৰ তলতীয়া হৈ টান কথা শুনাতকৈ নাখাই মৰাই ভাল।

এনেতে "জিত ককাইটি ......... অ' ককাইটি " বুলি চিঞৰি জোনাকী দৌৰি আহিল। তাইক দৌৰি অহা দেখি তিনিও আচৰিত হৈ সুধিলে" " কি হ'ল তোৰ?" তাই ফোপাই ফোপাই ক'লে " বিমলা জেঠাই বিমলা জেঠাই।" তাই আৰু কব নোৱাৰি কান্দি পেলালে।

জিতে তাইক আকৌ সোধাত নিজকে অলপ চম্ভালি লৈ ভঙা ভঙা মাতেৰে যোৱা দিনাৰ ঘটনাবোৰ কৈ গ'ল। আন দিনা ৰজনীয়ে যি ঘটনা ঘটালে সেইয়া মাকৰ বাবে যেন অসহনীয় আছিল। পুস্পা বাইদেউৰেকে কোৱা মতে জেঠায়েকে হেনো লাজ আৰু অপমানত নীৰবে মৃত্যুক সাৱটি লৈছে। এই বুলি কৈ জোনাকী ককায়েকৰ বুকুৰ মাজত কুৰুকি কুৰুকি সোমাই কান্দোনত ভাগি পৰিল।

জিতে এতিয়া জোনাকীক কি বুলি শান্ত্বনা দিব? জানোচা তাই বেছিকৈয়ে কান্দি পেলায়। খন্তেক পিছতে জিতে সৰু সৰুকৈ কলে, "চাওঁ ভণ্টী , এই ফালে চা আক'। ইমান ডাঙৰ ছোৱালীয়ে কান্দিব নেপায় নহয়। দেহি ঐ , গাল দুখন তিতি গল দেখোন । চাওঁ চকু পানী মচি দিওঁ"।

জিতে কলে, বুজিছ নৰেণ, বিমলা জেঠাই বৰ ভাল মানুহ আছিল। আমাৰ মাৰ মৃত্যুৰ পিছত বিমলা জেঠায়েই তাইক মাকৰ মৰম দি ইমান জনী কৰিলে। তায়ো জেঠাইক মাকৰ দৰেই ভাবিছিল। এয়া আজি দ্বিতীয় বাৰলৈ জোনাৰ মা কৰ মৃত্যু হৈছে। সেইবাবে তাই দুখ পাইছে।"

জিতে মিন্তু আৰু নৰেণকো শান্ত্বনা দি কলে,"হোৱাটো হৈ গল। এতিয়া বেজাৰ কৰি লাভ নাই।" তাৰ পিছত জোনাকীক লৈ তিনিও ৰজনীৰ ঘৰলৈ আহিল।

নৰেণে গাঁৱৰে সত্য ককাইটিক সুধিলে, "ৰজনী ক'ত"?

"ৰজনী নাই বোপাই, চহৰলৈ বুলি ৰাতিপুৱাই ওলাই গৈছে."

"কিন্তু আজিটো দেওবাৰ, কিয় গৈছে?"

"নেজানো বোপাইহঁত।"

"জেঠাইৰ কথা গম পায়নে ককাইটি?

"পায় বোপাই।

কি? মাকৰ মৃত্যু হোৱা বুলি জানিও পুতেক ওচৰত নাই? কেতিয়া আহিব কিবা কৈছেনে?"

"নাই কোৱা"

"এতিয়া পিছে খবি কোনে দিব ককাইটি"?

"তহঁতেই দিব লাগিব, উপায় নাই"।

পিছদিনা নৰেণ আৰু মিন্তু জিতৰ ঘৰলৈ বুলি ৰাওঁনা হ'ল। জিতে সিহঁতক দেখা পাই ওলাই আহিল আৰু তাৰ পিছত তিনিও একেলগে সত্য ককাইটিক কিবা এটা সহায় কৰিবলৈ তেওঁৰ ঘৰৰ পিনে গৈ থাকিল।

"অ মিন্তু, চাচোন চা, সেয়া সত্য ককাইটি, বৌ আৰু মইনা নহয়নে?" জিতে সুধিলে, নৰেনেও চালে। ইয়ে হয়তো ন"।

"ককাইটি কোনফালে যোৱা?" জিতে সুধিলে।

"মইনাক চহৰলৈ লৈ যাওঁ বুলি ওলাইছো বোপাইহঁত।"তেন্তে ভালেই হ'ল তোমালোকক বাটতে পালো এইয়া লোৱা। আমি তিনিওটাই মিলাই তোমাক তিনিকুৰি দিলো। পলম নকৰিবা ককাইটি যোৱা। আমি ঈশ্বৰক প্ৰাৰ্থনা কৰিম। বৌ তুমি কোনো চিন্তা নকৰিবা, মইনা সোনকালেই ভাল হৈ যাব। তেন্তে আমি আহো, তঁহতওঁ যাগৈ যা। তেজপীয়া ৰজনীয়ে গম পালে তহঁতক শুদাই নেৰিব।"

"ব'ল য়াৰ, কেইটা বাজিলে অ' জিত? ইয়ে ক'বই নোৱাৰো, চাৰে সাত বাজিলে। সোনকালে ব'ল নহ'লে মৰিলো আৰু।"

খঙত অগ্নিশৰ্মা হৈ থকা ৰজনীক সিহঁতে আতঁৰৰ পৰাই দেখিলে। "ৰজনীয়ে চিঞৰিলে,"অত পৰে কত মৰি আছিলি? সময়ৰ মূল্য জান নে নেজান? মূৰ্খ হঁত। বোলো চহৰত দোকান খোলা দেৰি হলে মোৰ কিমান লোকচান হব এবাৰ ভাবি চাইছনে? তহঁতৰ মগজত জাবৰ আছে বুজিছ? এতিয়া নাহ কেলেই? দেখা নাই আঠ বাজিবৰে হ'ল।"

তিনিওটা নিঃশব্দে নগৰমুখী গাড়ীত বহিলগৈ। এইটো সিহঁতৰ বাবে নতুন কথা নহয়। এনেকুৱা প্ৰায়ে হয়। সিহঁতে প্ৰতিদিনাই সাত বজাত চহৰলৈ গৈ গোটেই দিন পৰিশ্ৰম কৰি ৰাতি গাঁৱলৈ ঘুৰি আহে। কিন্তু সেইদিনা চহৰত কিবা এটা গোলমাল লগাত সিহঁতে সোনকালেই ঘৰলৈ উভতিব লগা হল। তিনিওটালৈ চাই ৰজনীয়ে খঙেৰে কলে, "তহঁতৰ বাবেই আজি মোৰ বহুত লোকচান হল।" পিছ পাকতে ৰজনীয়ে মিন্তুক কাষতে পাই তাৰ গালত এটা চৰ সোধালে। খং উঠিছিল যদিও সিহঁতে ওলোটাই একো ক'ব নোৱাৰিলে। তাৰ বিপৰীতে কেউটাই ঘৰলৈ বুলি খোজ ললে। বাটত মিন্তুৱে কলে, "বুজিছ জিত, ই ধ্বংস হব আৰু অতি শীঘ্ৰেই ধ্বংস হব। অহংকাৰৰ আন এটা নাম কি জান? সৰ্বনাশ।"

জিতে ঘৰ পাই ভৰি হাত ধুবলৈ বুলি হাতত এবাল্টি পানী লৈ চোতাললৈ ওলাওঁতেই হঠাৎ ৰজনীৰ ঘৰৰ ফালৰ আকাশখন ৰঙা দেখি ভয়তে জোনাকীক চিঞৰিবলৈ ধৰিলে।

"জোনা - অ 'জোনা — —, চাওঁ এইপিনে আহ চোন, দৌৰি আহ।"

"কি হ'লনো দাদা? এই ৰাতি খন ইমানকৈ টেঁটু ফালিছা কিয়?"

"চা চোন সৌ ফালে, সেয়া জুইৰ পোহৰ নহয নে?"

"হয় দাদা, সেইফালে জুই লাগিছে। কিন্তু কাৰ ঘৰত

দাদা?”

“জোনা আজি ৰজনীয়ে চহৰৰ পৰা গাড়ীত তেল ভৰাবলৈ বিশ লিটাৰ তেল আনি থৈছে। হয়তো তাতেই।”

জিতে গাঁৱৰ মানুহক ৰজনীৰ ঘৰত জুই লগাৰ খবৰ দিলেগৈ । কিন্তু তেতিয়া বহুত দেৰি হৈ গল। একুৰা বিৰাট জুইৰ বুকুত ৰজনীৰ অজস্র সম্পত্তি ছাই হৈ গল। ৰজনীৰ আশাত চেঁচা পানী পৰিল। ভাৰা দিব নোৱাৰাত দোকানখনো হেৰুৱাই সি নিৰুপায় হৈ পৰিল। সি নিজৰ ভুলৰ অনুশোচনাত দগ্ধ হৈ পৰিল। অহংকাৰ আৰু নিৰ্দ্দয় স্বভাৱৰ বাবেই যে তাৰ এই দুৰ্দ্দশা, সি বুজিব পাৰিলে। সেয়েহে সি ৰাইজৰ আগত আঠু লৈ কলে, “হে ৰাইজ, মোৰ ভুল হল ক্ষমা কৰক। মই বুজিব পাৰিছো, এইয়া মোৰ পাপৰ ফল। মোৰ অহংকাৰে মোক অন্ধ কৰি ৰাখিছিল। কিন্তু আজি মোৰ একো নাই ৰাইজ।”

***

*ছাত্ৰ জীৱন অতি সুখৰ, অতি মধুৰ । কিন্তু ইয়াক অতি কঠোৰ বিধিনিষেধৰ দ্বাৰা সংযত কৰি ৰাখিব পাৰিলেহে সাৰ্থক হব।*

*— তৰুণৰাম ফুকন*

*ছাত্ৰশক্তি যদিও প্ৰৱল শক্তি সি সংযত হলেহে দেশ- হিতকৰ হব নতুবা সি অনৰ্থ উৎপাদন কৰিব।*

*—লক্ষ্মীনাথ বেজবৰুৱা*

*চৰিত্ৰত জাতীয়তাবোধ নাথাকিলে সেই দেশৰ অস্তিত্বৰ লগতে ভাষা, সংস্কৃতি, অৰ্থনীতি, ৰাজনীতি আদিও নাথাকে। নিৰ্ভেজাল 'জাতীয়বোধ বা জাতীয় চেতনা' নাথাকিলে সেই জাতিয়ে বা দেশে প্ৰগতিৰ পথত আগুৱাব নোৱাৰে।*

*— অম্বিকাগিৰি ৰায়চৌধুৰী*

*জীৱনতো হ'ল এখন সংগ্ৰামৰ থলী । সাহসী আৰু কৰ্মপটুজনেহে এই সংগ্ৰামত জয়লাভ কৰিব পাৰে।*

*— নেপোলিয়ন*

*কলা ৰাত্ৰিৰ বুকুতে যেনেকৈ প্ৰভাত লুকাই থাকে তেনেকৈ পদে পদে পৰাজয়ৰ পিছতো জয় নিশ্চিত। জীৱনৰ তাতেই সাৰ্থকতা ।*

*— ড° ভুপেন হাজৰিকা*



# পৰিণতি

অঙ্কিতা গোস্বামী
স্নাতক ২য় বৰ্ষ

পাণ দোকানীজনক পাণ এখন বনাবলৈ কৈ ৰাজপথলৈ চাওতেই অনিৰ্বাণৰ চকু থৰ হৈ ৰল । এয়া কি দেখিছে, হয় হয় সি ঠিকেই দেখিছে। সাবিত্ৰীক পাই গ'ল। হঠাৎ তাৰ মনলৈ এটা প্ৰশ্ন আহিল । সঁচাই বাৰু সি সাবিত্ৰীক বিশ্বাসঘাতকতা কৰিলে নেকি? অ'......... সি নৌ মাত দিওঁতেই সাবিত্ৰী বহুদুৰ পালেগৈ। সি লৰালৰিকৈ পাণখন মুখত ভৰাই দোকানীক দুটকাখন দি সাবিত্ৰীৰ পিছ ললে। ইতিমধ্যে সাবিত্ৰী ৰাজপথ এৰি এটা সৰু গলিয়েদি সোমাই গৈছে। এখন সৰু গেটৰ মুখত ৰৈ পাৰ্চৰ পৰা চাবি এপাত উলিয়াই গেটৰ তলাটো খুলি ঘৰটোৰ ভিতৰলৈ সোমাই গ'ল। সাবিত্ৰীৰ বগা সাজ আৰু শেঁতা মুখখন দেখি অনিৰ্বাণৰ মনটো বেয়া লাগি গ'ল। তাই কিন্তু তাক নেদেখিলে। সি আৰু তাত এখন্তেকো নৰৈ ঘৰলৈ বুলি খোজ ললে।

গোটেই ৰাতি সি উজাগৰে কটালে । তাৰ মনলৈ এটা ভাৱেই সঘনে আহি থাকিল, সাবিত্ৰীৰ কিয় এনে অৱস্থা হ'ল? তাইনো কিয় এই ঠাইত আছেহি? তাইৰতো বিয়াও হৈছিল । সি মনতে ঠিক কৰিলে সাবিত্ৰীক এনে অৱস্থাৰ পৰা উদ্ধাৰ কৰিব ।ইমান দিন যে হ'ল সি সাবিত্ৰীক নেদেখা। আজি ইমান দিনৰ মূৰত তাইক এনে অৱস্থাত দেখিব বুলি কল্পনা কৰা নাছিল। বাহিৰত অলপ পোহৰ হোৱা যেন দেখি সি বেৰৰ ঘড়ীটোলৈ চালে তিনি বাজি বিশ মিনিট গৈছে। বিছনাৰ পৰা উঠি দুৱাৰখন খুলি বাৰান্দাৰ আৰামী চকীখনতে বহি পৰিল । তেতিয়াই ঠিক কৰিলে আজিয়েই সি সাবিত্ৰীক লগ ধৰিব আৰু তাৰ সকলো কথা কৈ তাইৰ ওচৰত ক্ষমা খুজিব আৰু তাইৰ সকলো দুখ বেদনাৰ কথা জানি তাইক বিপদৰ পৰা উদ্ধাৰ কৰিব।

" দাদা চাহ নাখায় নেকি? মুখ হাত ধুই লওক, আঠ বাজিলেই নহয়" কাঞ্চাই আহি মাত দিওঁতেহে তাৰ সম্বিত ঘূৰি আহিল । চকীখনত বহি থকা ইমান দেৰি হ'ল বুলি গমেই নাপালে । সি লৰালৰিকৈ মুখ হাত ধুই কাঞ্চাই দিয়া চাহ কাপ খাই ললে। অনিৰ্বাণে গাটো ধুই সাবিত্ৰীৰ ঘৰলৈ বুলি ওলাই গ'ল।

অনিৰ্বাণে সাবিত্ৰীৰ ঘৰৰ দুৱাৰত দুটা নক কৰি হাতৰ ঘড়ীটোলৈ চালে, প্ৰায় দহ বাজিছে। কিছু সময়ৰ পাছত দুৱাৰখন খোল খালে । এখন শেঁতা আৰু কৌতুহলী মুখ, হয়তো সাবিত্ৰীয়ে খন্তেকৰ কাৰণে তাক ধৰিব পৰা নাছিল। সেইটো স্বাভাৱিক, তাই কেতিয়াও অনিৰ্বাণৰ ডাড়িৰে ভৰা মুখখন দেখা নাছিল।

"অ' অনিৰ্বাণ, ভিতৰলৈকে আহা" এটা শেঁতা হাঁহিৰে তাই মাত লগালে।

সাবিত্ৰীয়ে তাক ড্ৰয়িং ৰুমত বহিবলৈ দিলে। "মই ইয়াত এনেদৰে আছোঁ বুলি কেনেকৈ জানিলা ? সাবিত্ৰীয়ে গহীনকৈ তাক সুধিলে।

তাইক কি উত্তৰ দিব খন্তেক ভাবি অনিৰ্বাণে তাইক আগ দিনা দেখাৰ কথা কলে।

কোঠাটোত বিৰাজ কৰা নিৰবতাখিনি ভঙ্গ কৰিবলৈকে অনিৰ্বাণে সুধিলে, "কি কৰি আছিলা?"

সাবিত্ৰীয়ে সহজভাবে কলে, "ওচৰৰে লৰা ছোৱালী কেইটামানক পঢ়ুৱাই আছিলো, অলপ বহা সিহঁত যাবৰ হলেই।"

এইবাৰ অনিৰ্বাণ অলপ উত্তেজিত হৈ পৰিল।

"সাবিত্ৰী, তোমাৰ এনে অৱস্থা কেনেকৈ হল? কিয় তুমি ইয়াত আছাহি? তোমাৰতো বিয়াও হৈছিল?" সি একে উশাহতে সকলো প্ৰশ্ন সুধি পেলালে।

"লাহে লাহে সকলো ক'ম, অলপ বহা, " এখন আলোচনী তাৰ হাতত দি সাবিত্ৰী গহীন হৈ ভিতৰলৈ সোমাই গল।

সাত বছৰৰ আগতে এদিন সাবিত্ৰীয়ে এনেদৰেই তাৰ হাতত আলোচনী এখন দিছিল। তেতিয়া সিহঁত বিশ্ববিদ্যালয়ৰ প্ৰাৰম্ভিক বৰ্ষৰ ছাত্ৰ-ছাত্ৰী। সাবিত্ৰীহঁতৰ ছাত্ৰী সকলে এখন আলোচনী উলিয়াইছিল। তাত সাবিত্ৰীৰ কবিতা এটা প্ৰকাশ হৈছিল। সাবিত্ৰীয়ে অনিৰ্বাণক আলোচনী এখন দি তাই লিখা কবিতাটো পঢ়িবলৈ কৈছিল।

হয়তো সাবিত্ৰীয়ে তাক ভাল পাইছিল। কবিতাটো যেন তাই তাক লৈয়ে - লিখিছিল । সঁচাই বৰ অন্তৰ কবিতা আছিল সেইটো। হয়তো সিও তাইক ভাল পাই পেলাইছিল। আলোচনীখনৰ জৰিয়তে সিহঁতৰ প্ৰেম আগতকৈও গভীৰ হৈ পৰিছিল । দুবছৰৰ পাছত ইজনে সিজনক জীৱনত বিচ্ছেদ নোহোৱাৰ প্ৰতিশ্ৰুতি দি ঘৰলৈ গ'লগৈ। সিহঁতে কিন্তু এজনেও কথা ৰাখিব নোৱাৰিলে।

অনিৰ্বাণৰ বিধৱা মাকৰ চাকৰিৰ অৱসৰৰ সময় আহি পৰিছিল আৰু ভনীয়েককো বিয়া দিয়াৰ উপযুক্ত হৈ পৰিছিল। সি চাকৰি বিচাৰি হাবাথুৰি খালে। এটাৰ পাছত এটা সাক্ষাৎকাৰ দিবলৈ ধৰিলে । কিন্তু চাকৰি সি যোগাৰ কৰিব নোৱাৰিলে । অৱশেষত সি অধৈৰ্য্য হৈ পৰিল। মাকেও চাকৰিৰ পৰা অৱসৰ ললে। মাক ভনীয়েকে তাৰ মুখলৈকে বাট চাই ৰ'ল। সি অতি হতাশ হৈ পৰিল। ইপিনে সাবিত্ৰীকো ঘৰৰ পৰা বিয়া দিয়াৰ চিন্তা কৰিছে। তাই এখনৰ পাছত এখনকৈ চিঠি দিবলৈ ধৰিলে। চাকৰি যোগাৰ নোহোৱা বাবে সি বিয়াৰ প্ৰস্তাৱ লৈ তাইৰ ঘৰলৈ যাব নোৱাৰা হ'ল। এদিন নগৰৰে এখন হোটেলত লগৰ ল'ৰা এটাৰ বিয়াৰ পাৰ্টিত সি এজন ব্যক্তিক লগ পালে। তেওঁ আছিল এটা সংগঠনৰ নেতা, নাম সতীৰ্থ বৰা । সতীৰ্থ বৰাই অৰ্নিবানৰ টকাৰ প্ৰতি দুৰ্বলতা থকাৰ কথা গম পাই কাম দিম বুলি এখন নিৰ্জন ঠাইলৈ লৈ গল। তাত বহুতো লৰা ছোৱালী আছিল। সিহঁতৰ লগতে তাকো তাত প্ৰশিক্ষণ দিছিল। তাৰ সেইবোৰ আচহুৱা যেন লাগিছিল যদিও টকাৰ আশাত ভাল লগাবলৈ যত্ন কৰিছিল । লাহে লাহে সেইবোৰৰ লগত সি সহজ হৈ পৰিছিল। সি সংগঠনটোৰ জৰিয়তে বহুতো বেয়া কাম কৰিব লগাত পৰিছিল। বেংক লুট, ক'লা ব্যৱসায়ীক হত্যা আৰু আন কিছুমান সহজ সৰল জনতাক হত্যা কৰিছিল । পুলিচৰ ফাইলত তাৰ নাম উঠিছিল। ফলত সি ঘৰলৈ বহুদিনৰ মূৰে মূৰেহে আহিব পাৰিছিল । সি সাবিত্ৰীলৈ চিঠি দিছিল আৰু তাইক ঘৰৰ ঠিকনাতহে দিবলৈ কৈছিল কাৰণ তাৰ কোনো নিৰ্দ্দিষ্ট ঠিকনা নাছিল। ভনীয়েকেই আছিল অনিৰ্বাণ আৰু সাবিত্ৰীৰ সংযোগকাৰী। তাক বিচাৰি সিহঁতৰ ঘৰলৈ পুলিছ মিলটেৰী সঘনে আহিবলৈ ধৰিলে। সিহঁতৰ মাকৰ চকুৰ আগতেই ভনীয়েকক শেষ কৰি দিলে । এদিন সি ঘৰলৈ আহি গম পালে ভনীয়েকৰ কথা। সি কি কৰিব ভাবি নাপালে। সেইবাৰ আহোতেই ভনীয়েকৰ টেবুলৰ ওপৰত সাবিত্ৰীৰ শেষ চিঠিখন পাইছিল। সেই চিঠিতেই তাইৰ ঘৰৰ পৰা বিয়া ঠিক কৰা কথাতো গম পালে। তাই মাক দেউতাকক একো ক'ব নোৱাৰা হ'ল। কাৰণ তাই যাক ভাল পাই তাৰ কোনো ঠিকনা নাই । সেয়ে তাই মাক দেউতাকক অন্তৰত কোনো দুখ নিদি বিয়াত সন্মতি প্ৰদান কৰিলে। তাৰ পাছত সি সাবিত্ৰীৰ কোনো খবৰ নাপালে।

এবাৰ সি বাতৰি কাকতত আত্ম সমৰ্পণ কৰা লোকক চৰকাৰে সহায় কৰাৰ কথা গম পালে। সিওঁ সেই পথকে লব বুলি ঠিক কৰিলে। এদিন সি চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰি চৰকাৰৰ সহযোগিতা লাভ কৰিলে আৰু আন লগৰ সন্ত্ৰাস বাদীৰ জীৱনৰ পৰা অব্যাহতি লাভ কৰিলে। চৰকাৰৰ সহযোগিতাৰে সি বৰ্তমান এজন কাপোৰৰ ব্যৱসায়ী ।

সাবিত্ৰীয়ে হাতত চাহ একাপ লৈ ড্ৰয়িং ৰুমলৈ সোমাই আহিল।

"ল'ৰা-ছোৱালী কেইটা গ'লনে?" চাহত শোহা এটা মাৰি অনিৰ্বাণে সাবিত্ৰীক সুধিলে। "অ' গ'ল, তোমাৰ আগেদিয়েই গ'ল তুমি নেদেখিলা নেকি" সাবিত্ৰীয়ে আচৰিত হৈ সুধিলে।

অৰ্নিবাণ অলপ অপ্ৰস্তুত হ'ল।

"অ' মই মনেই নকৰিলো ," সি সাবিত্ৰীৰ কথা জানিবলৈ ব্যাকুল হৈ আছিল। সেয়ে কথাটো আওপকীয়াকৈ উলিয়াবলৈ যত্ন কৰি তাইৰ শেষ চিঠিখনৰ কথা উলিয়ালে।

"মই তোমাৰ শেষৰ চিঠিখন বহুত দিনৰ মূৰতহে পাইছিলো । তুমি হয়তো মোৰ ভন্টীৰ কথাটো গম পালা" সি বেদনাৰে জৰ্জৰিত হৈ তাইক কথা কেইটা কলে।

তাই মাত্ৰ মূৰ জোকাৰিলে । পৰিবেশটো সামান্য সলনি কৰি তাই কবলৈ ধৰিলে "অ' তুমি মোৰ কথা জানিব খুজিছিলা নহয় কওঁ শুনা ।তোমালৈ দিয়া শেষ চিঠি খনৰ প্ৰায় এমাহমানৰ পাচতেই মোৰ আৰ.এন বেংকৰ মেনেজাৰ শ্ৰীমন্ত বৰুৱাৰ লগত বিয়া হয়। বিয়াৰ এমাহ নৌ হওতেই .................................।"

সেই নামটো শুনি অনিৰ্বাণৰ আৰু কোনো কথা কাণত নোসোমাল। শ্ৰীমন্ত বৰুৱা আৰ. এন.বেংকৰ মেনেজাৰ। সি সকলো কথা গম পাই গ'ল। সেইটো বেংক লুটিবলৈ যাওতেই

বৰুৱাক নিজ হাতে সি হত্যা কৰিছিল। সি কি কৰিব ঠিক কৰিব নোৱাৰিলে । কি কৰিলে তাৰ পাপৰ প্ৰায়শ্চিত হব সি ভাবি নাপালে। কি বুলি অৰ্নিবাণে সাবিত্ৰীক ক্ষমা খুজিব। কেনেকৈ বাৰু সি তাইক ক'ব সিয়েই যে তাইৰ বৈধব্যৰ কাৰণ। সি এতিয়া আৰু তাইক ক্ষমা খোজাৰো যোগ্য হৈ থকা নাই।

হয়তো সি কিমান সাবিত্ৰীৰ বৈধব্যৰ কাৰণ হ'ল! সাবিত্ৰীৰ সন্মুখত অনিৰ্বাণ এখন্তেকো ঠিয় হৈ থাকিব নোৱাৰিলে।

****

## সমূহ ছাত্ৰ ছাত্ৰীলৈ

উৎপল দত্ত।
স্নাতক দ্বিতীয় বাৰ্ষিক।

| | |
|---|---|
| *(১) খং নকৰিবা* | *নিজেই সৰ্বনাশ হবা।* |
| *(২) আশাও নকৰিবা* | *নিৰাশা আহিব।* |
| *(৩) অসৎ সংগ নলবা* | *চৰিত্ৰ কলুষিত হব।* |
| *(৪) অযথা সময় নষ্ট নকৰিবা* | *অনুতাপ কৰিবা।* |
| *(৫) কাকো সন্দেহ নকৰিবা* | *অশান্তি হব।* |
| *(৬) যাৰ চকু ফুটিল, সি অন্ধ নহয়* | *যি নিজৰ দোষ ঢাকি ফুৰে সিহে অন্ধ।* |
| *(৭) অনিত্য সুখ কামনা নকৰিবা* | *দুখ আহিব।* |
| *(৮) কাকো ঘৃণা নকৰিবা* | *নিজেই ঘৃণিত হবা।* |
| *(৯) মিছা কথা নক'বা* | *অবিশ্বাসৰ পাত্ৰ হবা।* |
| *(১০) কাকো অন্তৰত আঘাত নিদিবা* | *ভগৱানে কষ্ট পাব।* |

# Another Me

Lakhimi Dutta

Lecturer, Deptt of English

A shadow,
That follows me
All the time I
Move on the
Tranquil halgon beach
on sands of the time,
The sand whisks away
Paves way for
Advancing feet to cave in
Stymicing the vigour
A snap.................
And all's gone!'
The foot prints down there
Acrue gigantic and
Pace ahead of me –
Agaped.
Only to remind me of
My poigant past
And..................
And cataclysmic future.
The sunshine and
The crimson dawn horizon
Doesn't generate ebullience
It rather reminds me of
Sunset, and descendin '
Darkness, as the illation

# Teachers' and Office Staff of the Sibsagar Commerce College(1)



**First Row : (Sitting, from left)**
Dr. Sujaud Doullah (Lect. in Selection grade), Santosh Kumar Karmakar (Lect. in Selection grade), Pranab Kumar Moitra (Lect. in Selection grade), Kartic Chandra Dutta (Vice-Principal), Dipali Chaliha (Principal), Dr. Ashna Chetia (Lect. in Selection grade), Renu Devi (Lect. in Selection grade), Sabitri Chetia (Sr. Lecturer).

**Second Row (Standing, from left)**
Lakhimi Dutta (Lecturer), Chandrama Chaliha (4th grade employee), Ashok Kumar Khandelia (Lecturer), Hridyananda Lahon (Sr. Lecturer), Padma Nath Sharmah (Lecturer), Ratul Sharmah (Sr. Lecturer), Rajumoni Sharmah [illegible]turer), Prafulla Saikia (Lecturer), Biswadeep Borkataky (Sr. Lecturer), Ronee Borthakur (Sr. Lecturer), Mr[illegible]ali Mahanta (Lecturer).

**Third Row (Standing, from left)**
Mahendra Sharmah (Head Assitt), Manu Rajbonsi (4th grade employee), Lakhan Tocha (4th grade employee), Thaneswar Nath (4th grade employee), Bubul Das (Office Assitt), Jiban Borah (Lecturer), Pradip Gogoi (Lecturer), Hem Chandra Das (College Engineer).



**TEACHERS AND OFFICE STAFF OF SIBSAGAR COMMERCE COLLEGE (2)**

**First Row (Sitting, from left) :**
Sanat Baspoo (Sitting on ground College Sweeper), Principal Dipali Chaliha, Soneswar Borah (Lecturer in Selection grade).
**Second Row (Standing, from left) :**
Ranumoni Changkakoty (Librarian), Nabin Chetia (4th grade employee), Bidip Chaliha (Canteen Manager), Snehamayee Saikia (Office assitt.).
**N.B. :** Debajit Saharia (Sr. Lecturer), Bijoy Kumar Saikia (Lecturer), & Gautam Dutta Phukan (Office assitt.) remained absent.



## ছাত্ৰ একতা সভা, ১৯৯৮-৯৯

অধ্যক্ষা দীপালী চলিহা (সভানেত্ৰী)
(বাওঁ ফালৰ পৰা থিয় হৈ থকা) সুজয় গগৈ (সম্পাদক, ছাত্ৰ জিৰণি কোঠা), কৃষ্ণা দাস (সম্পাদিকা, ছাত্ৰী জিৰণি কোঠা), দেৱজিৎ চলিহা (সম্পাদক, কলা আৰু সঙ্গীত বিভাগ), নৱজ্যোতি খাখলাৰী (সাধাৰণ সম্পাদক), পাৰ্থজ্যোতি বড়া (সহকাৰী সাধাৰণ সম্পাদক), ললিত বুঢ়াগোহাঁই (সম্পাদক, খেল বিভাগ)।
ছবিত অনুপস্থিত ঃ ধনদেৱ মহন্ত (সম্পাদক, সাহিত্য আৰু তৰ্ক বিভাগ), লক্ষ্মী প্ৰসাদ সন্দিকৈ (সম্পাদক, সমাজ সেৱা বিভাগ)।



মহাবিদ্যালয়ৰ ইনদ'ৰ ষ্টেডিয়ামৰ দৃশ্যাংশ



মহাবিদ্যালয়ৰ ইনদ'ৰ ষ্টেডিয়ামৰ দৃশ্যাংশ



মহাবিদ্যালয়ৰ গ্ৰন্থাগাৰৰ দৃশ্যাংশ




মহাবিদ্যালয়ৰ ছাত্ৰী নিবাস

The lovely moon
Is no longer a
Symbol of fragrant love.
It looks like, as if
Wheel of destiny has
Taken a full circle.
Ya, in that context.
The frettin story speaks
Of the affliction, that
I've been gifted
That's the reason,
I can't trust even
The woman in the mirror
Although
Its just another part of me!



# What is an Examination ?

Binita Agarwal
H.S. 2nd year

What is an Examination ?
They really are big botheration. History,
every one hates. Because of those
stupid dates.
Geography is equally bad.
The maps, make us mad,
Mathematics is a little bit good
but the formulas make bad our mood,
Science is just nothing . But only the practical is something.
English is free from dangers but Shakespeare raises one's
anger.
An examination is lifes parade .
There is no way to hide or evade.



# Oh ! Old Days

*Sunita Murarka*
H.S 1st year

Oh ! old days
Of my childhood days
When will you come back
Again to my life.
To this cursed human Who being old,
Wait hoplessly without any task.
I remember the old days of my hood
The golden days of my life,
We play merrilly and joyfully all to
We run, play, dance, sing ;
And do whatever we like.
There were disasters among us ;
But we became together again.
I think I am the happiest man amongst us
But those happiest days are gone for ever ;
As being old,
No friends, no play, no disasters and nothing ;
Where are those happiest days?
I seek God, to give me back
The golden days of my life,
But he always says
'Man never remains young for ever.'

***************

# Positive Attitude

Poonam Agarwall
H.S. 2nd year

Failure does not mean you are a failure,
It does mean you haven't succeeded yet.
Failure does not mean you have accomplished nothing,
It does mean you have learned something.
Failure does not mean you have been a fool,
It does mean you have had lots of faith.
Failure does not mean you don't have it,
It does mean you have to do it in a different way.
Failure does not mean you have wasted life,
It does mean you have a reason to start afresh.
Failure does not mean you should give up,
It does mean you must try harder.
Failure does not mean you'll never make it,
It does mean it will take a little longer.
Failure does not mean God has abandoned you,
It does mean God has a better idea.



# Shiva in Ecstasy

Prosenjit Moitra
H.S. 1st year

Shiva is dancing, lost in the ecstasy of
self, sounding his own cheeks
His tabor is playing and the garland of
skulls is swinging in rhythm
The waters of the Ganga are roaring among
his matted locks.
The great trident is vomiting fire, and the
moon on his forehead is
fiercely flaming.



****************

# To an Early Violet

Prosenjit Moitra
H.S. 1st year



What though thy bed be frozen earth,
Thy cloak the chilling blast ;
What though no mate to cheer thy path,
Thy sky with gloom o'ercast ;

What though if love itself doth-fail,
Thy fragrance streved in vain ;
What though if bad o'er good prevail,
And nice o'er virtue reign :

Change not thy nature, gentle bloom,
Thou violet, sweet and pure,

But ever pour thy sweet perfume
Unasked, unstinted, sure !

# Recipe For Happiness

Chetna Agarwall
H.S.2nd year

Just take a dash of thoughtfulness,
A speck of kindness, too,
A teaspoonful of gratefulness,
And sift them through and through.

Then take a cup of cheerfulness,
With shortening made from trust,
A yeast cake filled with faithfulness.
To make a tender crust.

Then mix them with some tenderness.
With thought to understand,
And you will find your happiness.
Was made by your own hand.

# SUSTAINABILITY OF TEA INDUSTRY

Dr. Sujaud Doullah.
*Deptt. of Económics.*

### *INTRODUCTION :*

Tea is regarded as the cheapest beverage in the world, probably next to water. At present it is produced and consumed all over the world. The tea industry, which is one of the oldest industries of India, holds a unique position in the economy of India as a major foreign exchange earner and the largest single employer of labour. Ever since experimental tea cultivation started in 1834 and sale of 10 cheste of Assam tea at the London Auction Market on 10th January, 1839, tea plantation has been expanded under commercial scale. Gradually tea has occupied an important place in India, as we are the largest producer, consumer and exporter of tea in the world.

### *PRODUCTION:*

In India, tea is grown in more than 4 lakh hectares and it spreads over mainly Assam, West Bengal, Tamil Nadu and Kerala. To a lesser extent tea is also grown in Tripura, Karnataka, Himachal Pradesh, Uttar Pradesh, Bihar, Sikkim, Manipur, Nagaland, Meghalaya and Arunachal Pradesh. India produced about 43 per cent of the total global tea output in 1997 while Sri Lanka produced about 14 per cent. Next to Sri Lanka Kenya produced around 12 per cent and China's production level crossed marginally over 8 per cent of the total world tea output in 1997. The balance of about 22 per cent world tea output was produced by other tea producing countries.

It is to be noted that India is the largest producer of tea in the world. It was also the largest exporter of tea for many years in the past, but now it has yielded that position to Sri Lanka and China. In India tea is largely grown and produced in Assam. It is the lifeline of the state's Economy. Assam is the highest producer and exporter state in the country. Out of the Assam's total area of 78438 sq. km. (7804581sq. Hect.), Tea Industry occupies a total of 2282 sq. km. (2217120 sq. Hect. ) of land which is 3 percent. The total number of Estates which produce tea are 1012 nos and the total production is 412 million kgs. Out of which 400 million kgs. account for Black Tea and 12 million kgs. Green Tea. The average yield, which is the total tea produced divided by the hect. of land under cultivation, is 1764 kgs. per hect. Taking the average price of 1997 at Rs. 66·00 per kg. of tea, the total turn over can be estimated at Rs. 2719 crores in Assam. In other states of the North East, tea is grown on an experimental basis and in small scales.

The production and distribution of tea in the major four countries of the world which accounts for about 78 per cent of global tea output is given in Table I. These countries are India,Sri Lanka, Kenya and China. The balance tea output of the world are categorised under the head "other".

TABLE I

TEA OUTPUT OF MAJOR TEA PRODUCING COUNTRIES
(in million kg.)

| Country | 1996 | 1997 | 1998 (Projected) | 1999 (Projected) |
|---|---|---|---|---|
| 1 | 2 | 3 | 4 | 5 |
| India | 780 | 810 | 815 | 820 |
| Sri Lanka | 241 | 253 | 280 | 290 |
| Kenya | 257 | 220 | 265 | 280 |
| China | 170 | 160 | 170 | 173 |
| Others | 409 | 400 | 410 | 417 |
| ***Total*** | 1859 | 1843 | 1940 | 1980 |

***EXPORT :***

In 1947, India used to export 53·3 per cent of the total world demand for tea. However, over the last fifty years the percentage share of export of the country gradually declined and by the begining of the present decade it fell down to nearly 20 per cent . Similarly, the share of Sri Lanka's tea in world market has also declined from 36.30 per cent in 1947 to about 20 per cent in nineties . On the other hand Kenya and China could capture a sizeable part of the world tea market in recent years. Thus India, Sri Lanka, China and Kenya together captured more than 75 per cent of tea sales in different international markets of the world.

Despite success of Indian tea at international market, it is to be admitted that the performance of Sri Lanka's tea was better than our country in terms of value added tea product. Therefore, if India wants to perform better on to increase global market share, it will be very essential to take prompt and appropriate measures to increase the productivity, enhanced production by expansion of area under tea cultivation and the focus will have to be diverted more and more towards value added tea products which emerges as a new trend in the international markets.

***DOMESTIC MARKET :***

The domestic consumption of tea during the last eight years since 1990 shows that there was steady growth in the demand for tea upto 1996. At the present rate of increase in domestic consumption, the domestic demand for tea is expected to increase to a minimum of 721 milion K.G.s by 2000 A D. If to this, we add a minimum of 28% of the total world tea trade as our export quota, then the country would be re-

